# মানস-প্ৰতিমা

[ কাল্পনিক নাট ]





ৰচোতা

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা এম-এ, বি-এল, বি-টি

অধ্যাপক, কটন কলেজ

গুৱাহাটী



চপলা বুক ষ্টল

অসমৰ বৃহত্তম পুস্তক প্ৰতিষ্ঠান

শিলং

প্ৰকাশক
শ্ৰীবিভুভুষণ চোধুৰী
অসমীয়া সাহিত্য মন্দিৰ
শিলং—গুৱাহাটী
পৰিবেশক
চপলা বুক ষ্টল
শিলং
মুদ্ৰাকৰ
গোবিন্দপদ ভট্টাচাৰ্য্য
শৈলেন প্ৰেছ
৪নং সিমলা ষ্ট্ৰীট
কলিকতা
প্ৰথম তাঙৰণ
১৯৪৮ চন
মূল্য দুই টকা

# পৰিচয়

## মুনিহ

| | | |
|---|---|---|
| ৰুদ্ৰসিংহ | ... | অসমৰ স্বৰ্গদেউ |
| বুঢ়াগোহাঞী | ... | মন্ত্ৰী |
| চন্দ্ৰ ভাৰতী | ... | ৰাজকবি |
| ধিৎৰাম | ... | ৰজাৰ লিগিৰা |
| যোগেশ্বৰ | ... | এজন সাধক |
| প্ৰেমানন্দ | ... | যোগেশ্বৰৰ শিষ্য |
| যশোৱন্ত সিংহ | ... | এজন ৰাজপুত ৰজা |
| ঘনশ্যাম | ... | ভাটিৰ খনিকৰ |

শিষ্যসকল, বালকসকল, খাৰিকাটিয়াবোৰ, শিলাকুটীহঁত, গৰখীয়া লৰাহঁত, ঢুৱৰী ইত্যাদি

## তিৰোতা

| | | |
|---|---|---|
| সেউতী | ... | ৰজাৰ সম্বন্ধীয়া ভণীয়েক |
| সাদৰী | ... | যোগেশ্বৰৰ জীয়েক |
| শেৱালী | ... | প্ৰেমানন্দৰ ঘৈণীয়েক |
| ৰংদৈ | ... | ৰজাৰ লিগিৰী |

অপেশ্বৰীসকল, আশ্ৰমবাসিনী বালিকাসকল, এজনী বেশ্যা, লিগিৰীহঁত ইত্যাদি

# মানস-প্ৰতিমা

## প্ৰথম অঙ্ক

### প্ৰথম দৰ্শন

আশ্ৰমৰ ওচৰৰ জুৰিৰ দাঁতি

[ সাদৰী, শেৱালী আৰু তাপস-বালাসকলে হাতত ফুলৰ কৰণি একোটা লৈ গীত গাইছে। ]

গীত

সকলোৱে। আমি বনবিহাৰিনী, হৰি-প্ৰেম-ভিখাৰিণী
গৰ্ব্বতে অন্ধ ৰমণী—দিক অন্ধকাৰ।
আছে দয়াল শ্ৰীহৰি, সেয়েহে ভয় নকৰি
চৰণ-পদ্ম কৰিছোঁ সাৰ।
পূজাৰ সমল নাই, পপীয়া দেহাত
মুখতো যে নাই গীতি-মাত—
নাই একো দিবলৈ, কিদিনো পূজিম অই
কোনেনো কৰিব ভৱ-পাৰ।

হৰি হে মাধৱ, বান্ধৱ, তোমাকে মাতিছোঁ। বাৰে বাৰ
তাৰাহি জগৎপতি। অগতিৰ তুমি গতি
জগৎ-স্বামী! তোমাকে কৰিছোঁ। সাৰ।

সাদৰী। এতিয়া যাওঁহক বলা সখী! বহুত ফুল তোলা হ'ল নহয়।

শেৱালী। কলৈনো যোৱা আকৌ? ইমান ততাতৈয়াৰ কাৰণ কি? ফুল তোলা হল যদি ভাল হৈছে। এতিয়া ধেমালি কৰোঁহক আহা।

সাদৰী। ভাল কথা কৈছা। ধেমালি কৰি কটাবলৈ এতিয়াও জানো আমাৰ কেচুৱা কাল আছে?

১ম তাঃ বালা। তোমালোকে চুপতি মাৰি থাকা। আমি চাকি গুঠিবলৈ যুতি ফুলৰ কলি কিছুমান ছিঙোগৈ।

সাদৰী। বাৰু যোৱা।

[ তাপসবালাসকল যায়। ]

শেৱালী। মই পাহৰিছিলোঁৱেই। মোক ক্ষমা কৰিবা সখী। তুমি যৌৱনৰ পাটমাদৈ হৈছা। এতিয়াওতো তোমাৰ মন-চোৰ দুষ্মন্ত-ৰজা আহি পোৱা নাই। আহিলেও ভয় কি? শকুন্তলাৰ সখী মই অনসূয়া নাছো জানো? পিছে ঠিক কথা কোৱাচোন সখী! আজিকালি তোমাৰ মনত আগৰ নিচিনা উলাহ নাই কিয়? আশ্ৰমৰ শোভা আগৰ দৰেই আছে। অলপো লৰচৰ হোৱা নাই। জুৰিত প্ৰতিবিম্ব চাই মন্দাকিনী জল পিবলৈ এতিয়াও আগৰ দৰেই

যোৱে যোৱে হৰিণ-হৰিণী আহে। আগৰ দৰেই কুলি-কেতেকীৰ মধুৰ গীতেৰে আজিও আশ্ৰম মুখৰিত। কিন্তু সখী! তোমাৰ আজি সেই আগৰ উলাহ কলৈ গল? চোৱাচোন, তোমাৰ কোমল অন্তৰৰ মৰম চেনেহ নাপাই সৌ তৰুলতাবোৰ কেনে বিমৰ্ষ হৈছে। চোৱাচোন, তুমি লাহৰী হাতেৰে ঢালি দিয়া পানী নাপাই সৌ মাধৈমালতী-জোপা কেনেকৈ লেৰেলি গৈছে। মিছা কথা নকবা সখী! মোৰ আগত সকলো কথা ভাঙি কবলৈ লাজ নকৰিবা। তোমাৰ নিৰানন্দৰ প্ৰকৃত কাৰণ কি?

সাদৰী। যদি মোৰ কথা বিশ্বাস কৰা তেন্তে কওঁ শুনা সখী! ময়ো তোমাৰ কথাৰ সত্যতা উপলব্ধি কৰিব পাৰিছোঁ। আজি যে মোৰ জীৱন-পূৰ্ণিমাৰ নিশা। চাৰিওফালৰ পৰা যে আনন্দৰ ৰঙা নীলা ডাৱৰে দেখা দিছে তাকো গম পাইছোঁ। মই সঁচাকৈয়ে কব পৰা নাই—কি কাৰণত যে মোৰ এনে হৈছে। মনত যেন কিহবাই আঘাত কৰিছে—বিপদ। সোণকালে এটা ডাঙৰ বিপদত পৰিব লাগিব। প্ৰাণৰ কথা খুলি কৈছোঁ সখী! তোমাৰ আগত কথা কবলৈ লাজ নকৰোঁ। এয়েই প্ৰকৃত কথা। আৰু একো নাই। এতিয়া তুমি মোক কোৱা মোৰ কি হৈছে?

শেৱালী। বোধকৰোঁ কামদেৱৰ অব্যৰ্থ বাণৰ সন্ধানত পৰিছা। সাৱধান সখী, সাৱধান।

সাদৰী। তুমি কি কৈছা মই একো বুজা নাই।

শেৱালা। সুবুজিব পাৰা কিন্তু মই সাঁথৰত কথা কোৱা নাই বুজিবা, বুজিবা। আজি নুবুজা কালি বুজিবা। কালি নুবুজিলে পৰহি বুজিবা।

সাদৰী। বলা সখী! আমি কুটিৰলৈ যাওঁ। দুজন অচিনাকি পুৰুষ এই ফাললৈকে আহিব লাগিছে।

[দুয়াৰো প্ৰস্থান। হাতত ধেনুকাঁড লৈ ৰজা ৰুদ্ৰসিংহ আৰু খিৎৰাম আহে।]

ৰুদ্ৰ। খিৎৰাম!

খিৎ। দৌতা ঈশ্বৰ! স্বৰ্গদেউ প্ৰভু!

ৰুদ্ৰ। আমি তেনেই অকলশৰীয়া হলোঁ। সৈন্য-সামন্তবিলাক কৰবাতেই ৰ'ল। পহুটোৰ পাছে পাছে খেদি আহোঁতে এই দশা হ'ল। পহুটো যে কোন ফালে গ'ল তাৰ একো উৱাদিহকে নেপালোঁ। লাভৰ মূৰত নিবিড় অৰণ্যত সোমাই উলটি যাবলৈ বাট নোপোৱা হলোঁ।

খিৎ। স্বৰ্গদেউ আহিল পহুৰ পাছে পাছে। মই আহিলো স্বৰ্গদেৱৰ পাছে পাছে। স্বৰ্গদেৱে পহুটো হেৰুৱালে। মই হলে স্বৰ্গদেউক হেৰুৱা নাই একা। সেইবাবে মই জানো ধন্যবাদ-প্ৰাপ্তি হব নেলাগে?

ৰুদ্ৰ। ই ধেমালিৰ সময় নহয় খিৎৰাম। এতিয়া আমাৰ উপায় কি হ'ব?

খিৎ। সেই বিষয়ে হওঁতে বেছি ভয় নাই। অকণ্টকা হাবি এৰি আহি এইখন কোনোবা মুনিৰ আশ্ৰম পাইছোঁ। সোবোৰ পঁজাঘৰ যেন ৰিণিকি ৰিণিকি দেখা গৈছে। তাত

সোধা-পোচা কৰিলেই পথৰ সন্ধান পোৱা যাব পাৰে। বোধকৰোঁ এই যাত্ৰালৈ ৰক্ষা হ'ব।

ৰুদ্ৰ। সেই কথা পিছতে হব। এতিয়া ক'ৰ পৰা পাৰ মোক এটোপা পানী আনি দে। পিয়াহত অণ্ঠকণ্ঠ শুকাই গৈছে। পানী, পানী আনি দে খিৎৰাম। কথা কবলৈ জিভাত শক্তি নোহোৱা হৈ গৈছে। যা, সোণকালে যা।

খিৎ। সৌৱা জুৰিত পানী আছে। কিন্তু আপোনাক সেই পানী খুৱাব নোৱাৰোঁ। কোনোবাই খিয়ালতে বিহ দি তাক বিষাক্ত কৰি থৰ পাৰে। অলপ সময় ইয়াতে থাকক। মই সৌ ঘৰবোৰৰ পৰা ভাল পানী খুজি আনোগৈ। [ প্ৰস্থান। ]

ৰুদ্ৰ (ধেনুকাঁড থৈ বহি) উস্। বৰ পিয়াহ লাগিছে। কত এটুপি পানী পাওঁ ? যদি এই সময়ত এজাক বৰষুণ দিলেহেঁতেন, যদি আকাশৰ পৰা সদয়া হৈ এগৰাকী অপেস্বৰাই মুখত এচলু মন্দাকিনী জল ঢালি দিলেহেঁতেন ! —উস্ প্ৰাণ যায় ! প্ৰাণ যায় !

[ হাতত এবাতি পানীলৈ সাদৰী আহে। ]

সাদৰী। নিয়ক। মই এয়া পানী আনিছো।

ৰুদ্ৰ। পানী আনিছা ? দিয়া, মোৰ মুখত ঢালি দিয়া। মোৰ জীৱন দান দিয়া।

[ সাদৰীযে পানী ঢালি দিযো। ৰুদ্ৰসিংহই খায়। ]

উস্ প্ৰাণ পালোঁ। মৰণ-শয্যাৰ পৰা নৱজীৱন লাভ কৰিবলৈ সমৰ্থ হলো। বৰ উপকাৰ কৰিলা দেও। তুমি মোক বৰ উপকাৰ কৰিলা। ইহ জনমত মই এই ঋণ পৰিশোধ কৰিব নোৱাৰিম। তুমি মানৱী নোহোৱা। নিশ্চয় তুমি কোনোবা দেৱী। এই অৰণ্যবাসিনী বনকুঁৱৰী তুমি। শত শত বাৰ মই তোমাক ধন্যবাদ জনাও।

সাদৰী। মই এতিয়া যাওঁ। মোক বিদায় দিয়ক।

ৰুদ্ৰ। অলপ সময় ৰোৱা। মই এবাৰ তোমাৰ ভুৱনমোহিনী সৌন্দৰ্য্য হেঁপাহ পলুৱাই চাই লওঁ। মোৰ জীৱনদাত্ৰীৰ সোণৰ প্ৰতিমূৰ্ত্তি এই পাষাণ-হৃদয়ত থাপনা পাতি লওঁ। তুমি যোৱাৰ আগেয়ে মোক কৈ যোৱা সুন্দৰী! তোমাৰ প্ৰকৃত পৰিচয়। কি কাৰণে লোকালয় এৰি ৰূপ-লাৱণ্যৰ পোহৰেৰে এই জনপ্ৰাণীহীন অৰণ্য পোহৰ কৰিছা?

সাদৰী। শুনক ডাঙৰীয়া! চমুকৈ কওঁ—মোৰ পিতা ৰংপুৰ নগৰৰ এজন সম্ভ্ৰান্ত বিষয়া আছিল। পানী-কেচুৱাতে মোক এৰি থৈ যিদিনা মোৰ জননীয়ে বৈকুণ্ঠ-প্ৰয়াণ কৰে সেই দিনাই পিতাৰ মনত বৈৰাগ্য জন্মে। এদিন এজন ভাটীৰ বাবাজীৰ পৰা দীক্ষা গ্ৰহণ কৰি এই অৰণ্যলৈ আহি মোৰে সতে জীৱন নিৰ্ব্বাহ কৰিছে। এয়েই আমাৰ বিৱৰণ। মই এতিয়া যাওঁ।

ৰুদ্ৰ। তোমাৰ নাম কি?

সাদৰী। মোৰ নাম সাদৰী।

ৰুদ্ৰ। দেউতাৰাৰ ?

সাদৰী। দেউতাৰ নাম যোগেশ্বৰ। অনুগ্ৰহ কৰি আপুনি মোৰ নামেৰে সৈতে মোৰ কথা পাহৰি পেলাওক।

ৰুদ্ৰ। তেনে কথা কিয় কোৱা সাদৰী ? তোমাৰ পৰা মৃত্যু-সঞ্জীৱনী নোপোৱা হলে ইমান পৰে মোৰ দেহত প্ৰাণ নেথাকিলহেঁতেন।

সাদৰী। অযথাভাবে প্ৰশংসা কৰি মোক আৰু লাজ নিদিব। মই বিশেষ কি কৰিছোঁ। পিপাসিতক পানী দিছোঁ। সি যে হিন্দু ৰমণীৰ ধৰ্ম্ম। তাৰ বাবে প্ৰশংসা কিয় ? মই এতিয়া যাওঁ। মোক বিদায় দিয়ক।

ৰুদ্ৰ। যোৱা বাৰু, সময়ত তোমাৰ কাৰ্য্যৰ পুৰস্কাৰ পাবা।

[ সাদৰীৰ প্ৰস্থান। ]

কি দেখিলোঁ ! মানৱী নে স্বৰ্গৰ অপেস্বৰা ! চালোঁহে চালোঁ, একেথৰে সতৃষ্ণ-নয়নে সেই দিব্য জেউতি কতবাৰ চালোঁ, কিন্তু যে হেঁপাহ নপলাল। যিমানেই চাওঁ সিমানেই বেছিকৈ চাবলৈ ইচ্ছা হয়। যেন সেই দেৱী প্ৰতিমাক বুকত সাৱটি লৈ অনন্তকাল কেৱল চায়েই থাকিম। এনে অপূৰ্ব্ব মনপ্ৰাণ কাঢ়ি নিব পৰা ছবি আগেয়ে ক'তো দেখা নাই। আজি মোৰ চকু সাৰ্থক হ'ল। স্বৰগৰ দিব্য জ্যোতিৰ্ম্ময়ী দেৱাঙ্গনাক পৃথিৱীৰ সামান্য মানৱ হৈ দেখা পালোঁ। স্থিৰ হ হৃদয় ! আকুল

নহবি। তেওঁ মোৰ, তেওঁ মোৰ, তেওঁ মোৰ। সাদৰী মোৰ হৃদয়ৰ অধিষ্ঠাত্ৰী দেৱী।

[ ধিৎৰামৰ প্ৰৱেশ। ]

ধিৎ। কি স্বৰ্গদেউ! বোলোঁ নেযায় নে? স্থিৰ হৈ ভাবিছে কি? পানীৰ পিয়াহ গ'ল হবলা?

ৰুদ্ৰ। পানীৰ পিয়াহ গৈছে কিন্তু তাতোকৈ এটা দুৰন্ত পিয়াহে আক্ৰমণ কৰিছে। বল যাওঁ। [ প্ৰস্থান। ]

## গীত

ধিৎ। চতাই পৰেৰতে ধুৰ্লি-কুৰ্লি
কোনে ভাত বন্ধি খায়;
মাক নাই মাউৰা তিৰী নাই বৰলা
হাতী ধৰিবলৈ যায়।
হাতী নো হেৰালে লিহিৰী বনতে
ঘোৰানো হেৰালে দোপত;
পাইনো হেৰুৱালে জীয়াৰী ছোৱালী
চোতালৰ দুবৰি বনত।

[ নাচি নাচি যায়। ]

# দ্বিতীয় দৰ্শন

## পঁজাঘৰ

[ শেৱালী আৰু প্ৰেমানন্দ । ]

### গীত

শেৱালী । গোপীনাথ গোৱিন্দ ৰাম কৃষ্ণ হৰি ।
ভজোহোঁ তোমাৰ পদ-কমলত ধৰি ।
ৰামকৃষ্ণ নাৰায়ণ নিৰঞ্জন নিৰাকাৰ
নিৰ্ব্বিকাৰ নিৰাময় হৰি ।
চিদানন্দ সদানন্দ পুৰুষ পৰমানন্দ
ভজোঁ তুৱা চৰণতে ধৰি ।
হৰি ৰাম প্ৰভু বিভু অনন্ত দৈত্যাৰি ॥’

প্ৰেমানন্দ । শেৱালী ! তোমাৰ মাতটো বৰ মিঠা । সেই কোকিল কণ্ঠৰ ভক্তিমূলক গীত শুনিলে শুনি থাকিবৰহে ইচ্ছা হয় । কিন্তু আজি সি মোৰ কাণত বিহ বৰষিছে ।

শেৱালী । কাৰণ কি ?

প্ৰেম । বৰ ডাঙৰ কাৰণ আছে । তুমি জানো শুনিব পাৰিবা ? মোৰ মনেৰে তুমি নুশুনাই ভাল ।

শেৱালী । কিয়, মই নুশুনিম কিয় ? তুমি যি কথা শুনিব পাৰা মই তাক শুনিব নোৱাৰাৰ কাৰণ কি ?

প্ৰেম। কাৰণ একো নাই। এই যে শান্তিপূৰ্ণ কানন দেখিছা সোণকালে ই অশান্তিৰে পৰিপূৰ্ণ হব। বিহগ-কণ্ঠৰ মধুৰ গীতেৰে মুখৰিত এই কাননত কান্দোনৰ ৰোলৰ প্ৰতিধ্বনি হব। অশ্ৰুধাৰাৰ নৈ বৈ যাব। শেৱালী! বৰ বিপদ। সোণকালে আমাৰ বৰ বিপদ হব।

শেৱালী। কি বিপদ নাথ?

প্ৰেম। অসমৰাজ ৰুদ্ৰসিংহই দূত পঠিয়াই জনাইছে যে তেওঁ তোমাৰ সখীয়েৰা সাদৰীক বিয়া কৰাব খোজে। ৰজাৰ প্ৰাৰ্থনা অগ্ৰাহ্য কৰিলে যুগুত ব্যৱস্থা লোৱা হ'ব। কথা ইমানখিনিয়েই।

শেৱালী। ৰজা বলিয়া হ'ল নেকি? তেওঁ শূদিৰ হৈ ব্ৰাহ্মণ-কন্যাৰ পাণিপ্ৰাৰ্থী হৈছে কোন শাস্ত্ৰমতে?

প্ৰেম। ৰজাৰ আকৌ শাস্ত্ৰ কি? ৰজাৰ ইচ্ছাই হৈছে বেদ, ৰজাৰ কামনাই হৈছে বেদান্ত। তাক লুই কৰিবলৈ কাৰো শক্তি নাই।

শেৱালী। তোমালোকে তাৰ প্ৰতিবিধান কৰিবলৈ কি চেষ্টা কৰিছা?

প্ৰেম। একো কৰা নাই আৰু নকৰিমো। তেনে কৰিবলৈ আমাৰ গাত শক্তি নাই। সামান্য গুৰিপকৰুৱা হৈ হিমালয় পৰ্ব্বত মূৰত তুলি লবলৈ যোৱাটো লোক-হাঁহিয়াতৰহে কথা। ঈশ্বৰে যি ভাল দেখে তাকে কৰিব।

শেৱালী। ঈশ্বৰে আৰু কি কৰিব! তেওঁৰ যি কৰিবৰ ইচ্ছা

তাক লাহে লাহে দেখোন কৰি আহিছেই। এই বিষয়ে গুৰুদেউৰ মত কি ?

প্ৰেম। মই এতিয়াহে তেওঁৰ কাষলৈ যাওঁ। এই বিষয়ে তেওঁৰ লগত পৰামৰ্শ কৰি তোমাক সকলো জনামহি। তুমি এইখিনি সময় দশমৰ আধ্যাচেৰেক পঢ়া। মই যাওঁ দেই।

শেৱালী। যোৱা বাৰু।

[ প্ৰেমানন্দৰ প্ৰস্থান। ]

হাঁয় ! হৰিণাৰ মঙহেই যিদৰে বৈৰী তিৰোতাৰ ৰূপ-যৌৱনেও সেইদৰে বৈৰী হৈ সৰ্ব্বনাশ সাধন কৰে। ঈশ্বৰৰ চৰণৰ কাৰণে উপযোগী বনমল্লিকা ফুলপাহ আজি অব্ৰাহ্মণত লাগিবনে ? নহয়, সেই কথা কেতিয়াও হব নোৱাৰে। সখী সাদৰী ! তুমি আহোম ৰজাৰ ভোগ্যা নোহোৱা বৰং তাতকৈ যমৰ হবা। সিও ভাল।

[ প্ৰস্থান। ]

---

# তৃতীয় দৰ্শন

## ৰাজ-অন্তেসপুৰ

[ ধিৎৰাম আৰু ৰংদৈ ]

[ ধেমেলীয়া গীত ]

ৰংদৈ। তেতেলি তলতে কৰোঁ তাতে বাটি
পাহৰি আহিলোঁ কুচি
কুচিৰে লগতে পগলাই কিলালে
যামে ঘৰলই গুচি।

ধিৎৰাম। মাৰৰ ঘৰলৈ যাব তই ৰংদৈ
বাটত খাপে দিয়ে ধৰিম,

ৰংদৈ। বাটত খাপে দিয়ে ধৰ তই ধিতিঙা
হাবিলই লৰে মাৰিম।

ধিৎৰাম। হাবিত লৰে মাৰি সোমা তই ৰংদৈ
হাবিত জুয়ে দি ধৰিম,

ৰংদৈ। হাবিত জুয়ে লগাই ধৰ তই ধিতিঙা
বতাহৰ লগতে উৰিম।

ধিৎৰাম। বতাহৰ লগতে উৰ তই ৰংদৈ
আকুহী লগায়ে ধৰিম,

ৰংদৈ। আকুহী লগায়ে ধৰ তই ধিতিঙা
তোৰে বৰবিলতে পৰিম।

ধিৎৰাম। মোৰে বৰ বিলতে পৰ তই ৰংদৈ
খেৱালি মাৰিয়ে ধৰিম,
ৰংদৈ। খেৱালি মাৰিয়ে ধৰ তই ধিতিঙা
শামুকে শেলুৱই হম।
ধিৎৰাম। শামুকে শেলুৱই হৱ তই ৰংদৈ
তোকে চুণে পুৰি খাম।
ৰংদৈ। মোকে চুণে পুৰি খাৱ তই ধিতিঙা
তোৰে দুই কোৱাৰি ডাকিম।
ধিৎৰাম। মোৰে দুই কোৱাৰি ডাক তই ৰংদৈ
তেলে চুচি ঘঁহি গুচাম।
ৰংদৈ। মোকে তেলে ঘঁহি গুচা তই ধিতিঙা
বেহাৰ জনমে ধৰিম।
ধিৎৰাম। বেহাৰ জনমে ধৰ তই ৰংদৈ
তোকে বৰ শালতে চেপিম।
ৰংদৈ। মোকে বৰশালতে চেপ তই ধিতিঙা
শিমলু জনমে ধৰিম।
ধিৎৰাম। শিমলু জনমে ধৰ তই ৰংদৈ
তোকে নাৱে কাটি বাম
ৰংদৈ। মোকে নাৱে কাটি বাৱতই ধিতিঙা
পানীৰে মাজত বুৱাম।

[ দুয়ো নাচি নাচি ডিঙিত ধৰাধৰি কৰি যায়। ]

---

# চতুর্থ দৰ্শন

## কালীমন্দিৰেৰ সম্মুখ

[ যোগেশ্বৰ আৰু প্ৰেমানন্দ ]

যোগেশ্বৰ। প্ৰেমানন্দ !

প্ৰেম। প্ৰভু !

যোগ। এতিয়া উপায় ?

প্ৰেম। উপায় একো নাই। একমাত্ৰ উপায় হৈছে ৰাজ-আজ্ঞা পালন। ৰজাৰ হাতত সাদৰীক সমৰ্পণ কৰা।

যোগ। সি যে একেবাৰে অসম্ভৱ ! দেৱতা আৰু পিশাচৰ মাজত কি সম্বন্ধ হব পাৰে ! হব পাৰে সি ৰজা আৰু মই প্ৰজা। সি প্ৰবল আৰু মই দুৰ্ব্বল। কিন্তু মই ব্ৰাহ্মণ। মোৰ স্থান সমাজৰ শিৰত। কোন সাহসেৰে সি মোৰ ছোৱালীলৈ মন মেলে ? ব্ৰাহ্মণৰ তনয়া আহোম ৰজাৰ ৰাজভোগত লাগিব কেনেকৈ ? অসম্ভৱ। মই জীয়াই থাকোঁতে সি মোৰ সাদৰীৰ ছাঁও স্পৰ্শ কৰিব নোৱাৰে।

প্ৰেম। এতিয়াই যদি ৰাজসেনাই বলেৰে সাদৰীক লৈ যায়

তেন্তে কি কৰিব প্ৰভু ? হীনবল আমি, প্ৰবল ৰাজশক্তিৰ বিৰুদ্ধে থিয় হম কেনেকৈ ? আমি ভালে ভালে কাম নকৰিলে বলপ্ৰয়োগ কৰিব যে সি দেখাদেখি কথা। এতিয়া দুৰ্ঘোৰ কলিকাল পৰিছে। নহলে ব্ৰাহ্মণৰ কোপাগ্নিত সকলো ভস্ম হৈ গ'লহেঁতেন। আজিকালি ব্ৰাহ্মণৰ বীৰ্য্য শক্তি লোপ পাইছে। পাশৱিক বলৰেই জয়, অনিবাৰ্য্য জয়।

যোগ। তেন্তে প্ৰেমানন্দ! তাইক বুকুত বান্ধি ইয়াৰ পৰা পলাই যাওঁ ব'লা!

প্ৰেম। কলৈ যাব ?

যোগ। যত এনে লম্পট ৰজাৰ অত্যাচাৰ নাই। য'ত প্ৰত্যেক প্ৰজাৰে, প্ৰত্যেক কীট-পতঙ্গৰে বিভূপ্ৰদত্ত স্বাধীনতা আছে। য'ত পুৰুষে নাৰীক মাতৃ বুলি পূজা কৰে। ব'লা প্ৰেমানন্দ! সেই ঠাইলৈ যাওঁ।

প্ৰেম। এই কলিকালত তেনে কল্পিত অময়াপুৰী, তেনে ৰামৰাজ্য ক'ত পাব প্ৰভু ? এই অৰণ্যৰ পৰা এখোজ বাহিৰ হলেই শত্ৰুৰ হাতত পৰিব লাগিব। জালত বান্ধ খোৱা পছুৰ পলাবলৈ বাট কেনি ?

যোগ। তুমি মিছা কোৱা নাই। ৰাক, সাদৰীক এবাৰ মোৰ কাষলৈ মাতি আনাচোন। নেলাগে, ভালেই হ'ল। সোৱা তাই আহিব লাগিছে।

[ হাতত একাঁজলি ফুল লৈ সাদৰীৰ প্ৰবেশ । ]

গীত

সাদৰী । দেউতা বন্দিছো হৰষত
যুগল চৰণে ।
কুসুম আঁজলি দিছোঁ আনি তুলি
অতি শুদ্ধ চিত্ত-মনে ।
শোভিব চৰণে অৰ্ঘ্য দীনা তনয়াৰ
যাচিছোঁ চৰণে ফুল্ল ভক্তি-উপহাৰ
ধুৱাম ভৰি চকুলোৰে
তাতেহে তৃপ্তি লভিম,
উঠিলে ধুৱাই চুলিৰে মচিম
পূজিম পিতৃ যতনে ॥

[ যোগেশ্বৰৰ ভৰিত ফুলবোৰ দি সেৱা কৰে । ]

আশীৰ্ব্বাদ কৰক দেউতা । অভাগিনী তনয়াই শ্ৰীচৰণত প্ৰণাম জনাইছে । ইকি ! আপনাৰ মুখত মাত-বোল নাই কিয় দেউতা ? প্ৰেমানন্দ ! তুমিও দেখোন কাঠৰ পুতলাৰ নিচিনাকৈ থিয় হৈ ৰ'লা । কথা কি ? দুই জনৰ মুখতে বিষাদৰ চিন স্পষ্টৰূপে দেখা গৈছে ।

যোগ । সাদৰী !

সাদৰী । দেউতা ।

যোগে। সোৱা দিখৌৰ বুকুত বেলি মাৰ যাব খোজা দেখিছনে আই ?

সাদৰী। দেখিছোঁ।

যোগ। আমাৰো আয়ুবেলি সেইদৰে মাৰ যাবলৈ ধৰিছে। জীৱন-সন্ধিয়া ওচৰ চাপি আহিছে। সৌৱা আই মাতৃ কালী-গোঁসানীয়ে লেলিহান জিভা মেলি সন্তানৰ তেজ বিচাৰিছে। হেঁপাহৰ নৰবলি গ্ৰহণ কৰিবলৈ বাট চাই আছে। প্ৰেমানন্দ! আজি তুমি মোৰ এটি অনুৰোধ ৰক্ষা কৰিবানে ? আজিলৈকে তুমি মোৰ অবাধ্য হোৱা বুলি মনত নপৰে। আশা কৰোঁ আজিও তুমি মোৰ আদেশ মান্য কৰিবা।

প্ৰেম। আদেশ কৰক প্ৰভু !

যোগ। ব'বা। সাদৰী ! আজি তই আৰু মই দুজনেই বলি যাব লাগিব। সাজু হ বাছা, বুকু পাতি থিয় হ। পিতৃৰ আদেশ লঙ্ঘন নকৰিবি। এই নৃশংস নৰবলিৰ কাৰণ নুসুধিবি।

সাদৰী। দেউতা। হাঁহি হাঁহি মই আপোনাৰ আদেশ পালন কৰিম। এনে মৃত্যুত গৌৰৱ আছে। মোক বধ কৰক দেউতা।

যোগ। প্ৰেমানন্দ! মই তাইক ধৰিম। তুমি জয় কালী বুলি তাইৰ বুকুত মোৰ এই ত্ৰিশূল বহুৱাই দিয়া। নিয়া ত্ৰিশূল।

প্ৰেম। মোৰ ওপৰত তেনে নিষ্ঠুৰ আদেশ নকৰিব প্ৰভু! প্ৰেমানন্দই চাণ্ডালৰ কাম কৰিব নোৱাৰে। মোক ক্ষমা কৰক। ( ভৰিত ধৰে। )

যোগ। প্ৰেমানন্দ! তুমি মোৰ আদেশ পালন কৰিবলৈ অস্বীকাৰ কৰিছা কিয়? কৰা, সোণকালে মোৰ আদেশ পালন কৰা।

প্ৰেম। আৰু নকৰ প্ৰভু! মোৰ দ্বাৰা সেই কাম নহয়। বিধতা-পুৰুষে ফুলনিবাৰীত অতি আলফুলকৈ ৰোৱা আদৰ-মালতী জুপি উভালি পেলাবলৈ মোৰ একো অধিকাৰ নাই। আৰু যি মহাপাতক পৃথিৱীত আছে তাকে কৰিবলৈ আদেশ কৰক। কিন্তু প্ৰভু-কন্যা হত্যা কৰা পাতক, নাৰী-হত্যা কৰা পাতক, গ্ৰহণ কৰিবলৈ এই প্ৰেমানন্দৰ দুৰ্ব্বল হৃদয়ত শক্তি নাই। প্ৰভু! এই দীন শিষ্যৰ প্ৰতি সদয় হওক। আন কিবা নতুন আদেশ থাকিলে তাকে কওক।

যোগ। সেয়েই হওক প্ৰেমানন্দ! মই সেই নিষ্ঠুৰ আদেশ তুলি ললোঁ। সাৱধান হোৱা। এই বাৰ যি আদেশ কৰিম তাক লঙ্ঘন কৰিব নোৱাৰিবা। মোৰ ভৰি চুই শপত খোৱা, প্ৰতিজ্ঞা কৰা। তেতিয়াহে মই বিশ্বাস কৰিম। যদি তাকো কৰিব নোৱাৰা তেন্তে মোৰ আশ্ৰম এতিয়াই পৰিত্যাগ কৰা। যি প্ৰভুৰ আজ্ঞা পালন কৰিবলৈ অক্ষম তাক মই শিষ্য নোবোলোঁ।

প্ৰেম। কওক প্ৰভু! মই আপোনাৰ চৰণত ধৰি শপত খাইছোঁ,

এই বাৰ আপোনাৰ আদেশ পালন কৰিম। হৃদয় বজ্ৰেৰে বান্ধিলোঁ। আদেশ কৰক প্ৰভু, যিমানেই নিষ্ঠুৰ প্ৰভু-আজ্ঞা নহওক প্ৰেমানন্দই তাক নিশ্চয় পালন কৰিব।

যোগ। আই সাদৰী! তই অলপ আঁতৰ হ।

সাদৰী। ভাল দেউতা। মই যাওঁ।

[ প্ৰস্থান। ]

যোগ। প্ৰেমানন্দ! তুমি এতিয়া প্ৰস্তুতনে?

প্ৰেম। প্ৰস্তুত গুৰুদেৱ।

যোগ। তেন্তে ব'লা, কালী-মন্দিৰলৈ সোমাই ব'লা। তোমাৰ গুৰুৰ আদেশ। তাত নৃমুণ্ডমালিনীক আজি তোমাৰ গুৰুৰ মুণ্ড উপহাৰ দিব লাগিব। খবৰ্দ্দাৰ! অসম্মতি প্ৰকাশ কৰিবা।

প্ৰেম। বলক গুৰুদেৱ! প্ৰেমানন্দ! হৃদয় টান কৰ। মায়া, মমতা, মৰম, স্নেহ সকলো পাহৰি যা। বলক গুৰুদেৱ, মই আপোনাৰ আদেশ পালন কৰিম।

যোগ। ধন্য বাছা, জয়োস্তু, জয়োস্তু প্ৰেমানন্দ! উপযুক্ত শিষ্য তুমি মোৰ। ব'লা—

[ দুয়ো মন্দিৰৰ ভিতৰলৈ সোমাই যায় ]

---

## পঞ্চম দৰ্শন

### শ্মশান

[ যোগেশ্বৰৰ চিতাৰ জুই জ্বলিছে। শিষ্যসকলে মাজে মাজে হৰিবোল হৰিবোল কৰি চন্দন কাঠ দিছে আৰু ঘিঁউ ঢালিছে। ]

প্ৰেমানন্দ। ঢালি দিয়া আৰু ঘিঁউ
জ্বলক চিতাৰ জুই হুম্ হুম্ কই।
ঘূৰি ঘূৰি ধোঁৱাৰাশি উঠি আকাশত
মিলক মেঘৰ সতে।
বিশ্বজুৰি কৰক প্ৰচাৰ,—
পূজনীয় গুৰুদেৱ নাই জগতত।
অধৰমী লম্পট ৰজাক
কন্যাদান আহুতিৰে নোৱাৰি তুষ্টিব
দুখেৰে কৰিছে আজি
গুৰুদেৱে বৈকুণ্ঠ-প্ৰয়াণ।
উস্ কিমান করুণ, কিমান কাতৰ !—
কেনে মৰ্ম্মভেদী দৃশ্য মৰণৰ !

[ বাউলী হৈ সাদৰী আহে। ]

সাদৰী। দেউতা ! দেউতা !—কোন নৰাধম
হ'ল তব হত্যাৰ কাৰণ ?
প্ৰেমানন্দ। ইমান নিষ্ঠুৰ তুমি !

পাবেনে মানুহে সব অগ্নিৰ উত্তাপ ?
কি সতেনো তুমি বাৰু কাঠবুক হই
অগ্নিৰ কোলাত আজি
সমৰ্পিছা দেউতাক মোৰ ?
নেপাবনে দুখ তেওঁ বাৰু ?
দেউতা ! ইমান সহনশীল !
ধেমালি অগ্নিৰ সতে
উঠি নাহা কিয় তুমি ?

প্ৰেম । সাদৰী ! শোকত বাউলী হ'ই
অৰ্থহীন বকিছা প্ৰলাপ ।
আছে নেকি দুখ-শোক মৃত মানৱৰ ?
কত আছে দেউতাৰা আৰু ?
ঘিণলগা শ্মশানভূমিত
দেউতাৰা কেলেই থাকিব ?
মুক্ত আত্মা মুক্ত হই আজি
পালেগ'ই সউ মুক্তিধাম ।
কাঠৰ ছলিৰ দৰে জীৱহীন দেহ
দিছোঁ জাপি অগ্নিৰ বুকুত ।

সাদৰী (হাত চাপৰি মাৰি) মিছা কথা, মিছা কথা
ইমান কঠুৱা হিয়া দেউতাৰ মোৰ ?
কেতিয়াও হবই নোৱাৰে ।
মোক এৰি থ'ই

এৰি থই—প্ৰাণতো অধিক
যতমানে আশ্ৰমবাসীক
আচম্বিতে আজি তেওঁ
স্বৰগৰ নহয় আলহী।
সঁচাকৈয়ে যদি তুমি
পোৰা নাই দেউতাক মোৰ
ক'ত বাৰু আছে তেওঁ দিয়া দেখুৱাই।
কোৱাগই য'তে আছে ত'তে
সাদৰীয়ে মাতিছে এবাৰ।
প্ৰেমানন্দ।—দেউতা—দেউতা
দেউতাক লাগে মোক—দিয়া উলিয়াই।

প্ৰেম। দেউতা দেউতা বুলি
যিমানে নেকান্দা আই
দেউতাৰে নেচায় উলটি।
এবাৰ মুদিলে চকু
আত্মা যদি যায় মুক্ত হ'ই
তুনাই নহয় কথা
পৃথিৱীৰ মানুহৰ সতে।
ইপুৰীত নেপালেও তুমি
সিপুৰীত জনক জননী
উভয়েৰে পাৰিবা মিলিব।
তাত চাগে' তেওঁলোকে হুয়ো।

তোমালৈকে হাত মেলি আছে বাট চাই।
নকৰিবা বেজাৰ সাদৰী !
নৱজন্ম লভিছা যেতিয়া
পৃথিৱীৰ মানৱী ধৰম
অৱশ্যেই লাগিব পালিব।

সাদৰী। প্ৰেমানন্দ !
যি দেশত আছে মোৰ জনক জননী
বাট চাই মোৰ কাৰণেই
ময়ো যাম সেই দেশলই।
কেনি বাট কেনি পথ কেনি গলে পাম
নেপাওঁ একোকে চিনি।
অনুগ্ৰহ কৰি তুমি
দিয়া মোক, দিয়া সেই পথ দেখুৱাই।

প্ৰেম। সেই পথ নিচিনো আমিও।
সৱাৰে কাৰণে কিন্তু
অৱশ্যে আহিব আই এনে এটি দিন।
সেই পথ চিনিবা সিদিনা
বিনা-যত্নে আপোনাআপুনি।
বাটচাব লাগিব কালৰ,
ইচ্ছাধীন সেই কথা নহয় আমাৰ।

সাদৰী। তেন্তে, কি কৰোঁ কলই যাওঁ ?
অকলশৰীয়া মই

পিতৃ-মাতৃহীনা এই অসাৰ জীৱন
কিবা দৰে কৰিম যাপন ?
উপায় ? উপায় ?
উপায় একোকে নাই।
দেউতা দেউতা মোৰ !
স্বৰ্গবাসী নিষ্ঠুৰ দেউতা !
ক'ই দিয়া কি হ'ব উপায় ! ( লৰি যায )

প্ৰেম। জ্ঞানহীনা হইছে সাদৰী
পিতৃশোকে কোমল হিয়াত
দিছে হায় কঠোৰ আঘাত।
শোকৰ বেগত একো
অঘটন নোহে আচৰিত।
যোৱা তুমি ৰামদাস,
পাছে পাছে যোৱা সাদৰীৰ।
শৰীৰ ৰক্ষীৰ কাম
কৰা আজি গুৰু-তনয়াৰ।

ৰামদাস। যিৰা আজ্ঞা ভাই।

[ ৰামদাসৰ প্ৰস্থান। ]

( ৰুদ্ৰসিংহৰ প্ৰৱেশ )

ৰুদ্ৰ। কাৰ মৃত্যু ?—
কাৰ এই চিতাজুয়ে
তোমালোক সকলোৰে দহিছে হৃদয় ?

প্ৰেম। পূজ্যপাদ গুৰুদেৱ মৰিছে আমাৰ,
নহয়—নাই মৰা—কোৱাত হইছে ভুল।
আত্মা অবিনাশী—
পূজ্যপাদ গুৰুৱে আমাৰ
ভৱধাম ত্যাগ কৰি আজি
বৈকুণ্ঠলে’ কৰিলে প্ৰয়াণ!
ৰুদ্ৰ। কোন গুৰুদেৱ? কিনামে প্ৰখ্যাত তেওঁ?
প্ৰেম। গুৰু নাম শিষ্যৰ মুখেৰে
উচ্চাৰণ নহয় কদাপি।
গুৰু তেওঁ,—শিষ্য আমি
কৰিছিল বাস তেওঁ
ওচৰৰে সউ আশ্ৰমত।
ৰুদ্ৰ। কোৱা বাৰু,
তেৱেঁইনে পিতা সাদৰীৰ?
কাৰ মুখে শুনিলা বতৰা?
কোন তুমি অচিনাকি?—দিয়া পৰিচয়।
ৰুদ্ৰ। কোন মই?—নেলাগে শুনিব
জানিবা নিজেই। কোৱা,
কিবা দৰে আকস্মিক মৰণ সাৱটি
হ’ল আজি স্বৰ্গবাসী তেওঁ?
প্ৰেম। নহয় অলপ কথা,
কি কৰিবা শুনি সেইবোৰ?

ৰুদ্ৰ। কোৱা ভাঙি-ছিঙি
আদ্যোপান্ত সকলো ঘটনা।
শুনিবলৈ সিসব কাহিনী
হৃদয় আকুল মোৰ।

প্ৰেম। শুনা—
বিধৰমী কামুক ৰজাৰ
ঘৃণিত প্ৰস্তাৱ এটি নোৱাৰি ৰাখিব,
ব্ৰাহ্মণ-তনয়া হায়
নোৱাৰি কৰিব দান আহোম ৰজাক
আত্মঘাতী হ'ল গুৰুদেৱ।

ৰুদ্ৰ। সেয়েনে কাৰণ ?
ময়ে সেই নৰাধম ৰজা।

প্ৰেম। তেন্তে আৰু কবলই নাই প্ৰয়োজন।

ৰুদ্ৰ। শোকশেলে বিন্ধিছে অন্তৰ।
ভুল বুজি উদ্দেশ্যৰ মোৰ
কৰিলে মিছাতে তেওঁ মৰণ বৰণ।
নেজানিলোঁ আগেয়ে অলপো,
নহয় ইমানখিনি জনা হলে মই।
বুজোঁ মই ধৰ্ম্ম ৰমণীৰ
বুজোঁ আৰু সম্মান সতীৰ।
সাদৰীৰ ইচ্ছাৰ বিৰুদ্ধে
নকৰোঁ অলপো কাম।

আজি হস্তে সাদৰীক
ৰখা যাব মোৰ অধীনত ।
যি পৰ্য্যন্ত নিজে তেওঁ
নিদিব সম্মতি দান মোৰ প্ৰস্তাৱত
সি পৰ্য্যন্ত,
নকৰোঁ প্ৰয়োগ কোনো বল-কৌশলৰ ;
থাকিব সুখেৰে তেওঁ ।
আহিলোঁ এতিয়া মই ।

[ প্ৰস্থান ]

প্ৰেম । যা নাৰকী ৰজা !
তয়ে হ'লি মূল এই গুৰুৰ মৃত্যুৰ ।
আহাঁ ভাইহঁত !
সকলোৱে মিলি এবে চিতাৰ কাষত
কৰোঁ আমি হৰিৰ কীৰ্ত্তন ।

—ঃ গীত ঃ—

সকলোৱে । "ধন্য কলি যুগ · ধন্য ৰাম নাম
ধন্য ধন্য নৰ কায়া ।
ভাগ্যহীন জনো জপি ৰাম নাম
তৰয় দুস্তৰ মায়া ॥

কলিৰ লোকৰ ভাগ্যৰ মহিমা
কোনে কৰি পাৰে পাৰ।
হৰিগুণনাম কলিৰ স্বধৰ্ম্ম
সমস্ত শাস্ত্ৰৰ সাৰ ॥
হৰিকথা ৰস নিৰ্ম্মল অমৃত
যিটো জনে পান কৰে।
সংসাৰ মধ্যত সি সি জন মাত্ৰ
সফল জনম ধৰে ॥

—ঃ ঐক্য-তান ঃ—

# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন

### ৰজাৰ শোৱা কোঠা

[ স্বৰ্গদেউ ৰুদ্ৰসিংহ শুই আছে। লিগিৰীহঁতে ভৰি টিপি, বিচি কাষতে আছে। ]

ৰুদ্ৰ ( সাৰ পাই উঠি )

সমাজিক ! কি মধুৰ সমাজিক !
স্বৰ্গগতা আৰাধ্যা জননী
আহি মোৰ বহিল কাষত।
বুলালে চেনেহী হাত সন্তানৰ গাত
হিয়া মোৰ শাঁত পৰি গ'ল।
জননী কৰুণাময়ী !
আজি মোৰ কিবা পুণ্যফলে
সন্তানক চাবলই তুমি
আহিলা স্বৰ্গৰ পৰা ?
পানীৰ ভুমুক যেন দেখা দি এবাৰ
এন্ধাৰত কেলেই লুকালা ?
পুনৰ কৰিলোঁ চেষ্টা

দেখো বুলি আৰু সেই মধুৰ সপোন
কিন্তু, নে দেখিলোঁ, নেদেখিলোঁ আৰু
করুণাৰূপিণী সেই মাতৃৰ মূৰতি।
বৃথা চেষ্টা মোৰ।
মাতৃদেৱী! নিদিওঁ আমনি মই
সতীত্বৰ বিমল পোহৰে
পোহৰাই থাকা তুমি নিত্যানন্দ ধাম।
ভাল কথা পৰিছে মনত
তাহানিৰ পিতৃৰ আদেশ।
মাতৃৰ ৰক্তেৰে সেই ৰঞ্জিত জেৰেঙা
এতিয়াও আছে একেদৰে।
নাই তাত একো পুণ্য চিন
চিনি তাক নেপায় জগতে।
পুত্ৰ মই জননী জয়াৰ,
যুগমীয়া কৰি ৰখা সেই পুণ্যস্মৃতি
মোৰ জীৱনৰে আজি কৰ্ত্তব্য প্ৰধান।
লিগিৰীহঁত!

লিঃ হঁত। স্বৰ্গদেউ ঈশ্বৰ!

ৰুদ্ৰ। যা তহঁত। বংদই!

বংদই। স্বৰ্গদেউ ঈশ্বৰ!

ৰুদ্ৰ। এতিয়াই, এই মুহূৰ্ত্ততে
বুঢ়াগোঁহাই, ডাঙৰীয়া

উপস্থিত হয় যেন মোৰ সমীপত ।
যা এতিয়াই, জনাবি আদেশ ।

[ লিগিৰীইঁতৰ প্ৰস্থান । ]

নিদ্ৰাদেৱী ! কলই পলালা তুমি ?
কেলেই কৰিছা ঘিণ, আহাঁ এটিবাৰ
মধুৰ সপোন এটি ল'ই উপহাৰ ।
দেখুৱাহি পূজনীয়া জননীক মোৰ
সেৱা কৰোঁ ৰাতুল চৰণ ।
জননী ! হতভাগ্য সন্তানক তুমি
কোন দিনা নিবা কাষলই ?
পুত্ৰ তব বন্দী হ'ই ভব বন্ধনত
থাকিব কিমান দিন কোৱা আৰু আই ?
সোণকালে, সোণকালে নিয়া কাষলই !

( বুঢ়াগোঁহাইৰ প্ৰবেশ । )

বুঃ গোঃ । স্বৰ্গদেউ ! জানিব বন্দীৰ সেৱা ।
এই নিশা কিবা সকামত
কৰিলে আহ্বান মোক ?
সোণকালে কৰক আদেশ ।

রুদ্র । ডাঙৰীয়া ! এইমাত্ৰ সপোনত মই
দেখা পালোঁ পুণ্যময়ী জননীক মোৰ ।
দেখা পাই পুণ্য মূৰ্ত্তি আৰাধ্যা মাতৃৰ

তাহানিৰ স্মৃতি আহি পৰিল মনত,
পূৰ্ব্বকথা দিলে সোঁৱৰাই।
মই আৰু লেচাই বোপাক
বহুৱাই কোলাত এদিন
দেখুৱাই জেৰেঙাৰ ফালে
কইছিল স্বৰ্গগত পিতৃদেৱে মোৰ
"বোপাইঁত!
তইঁতৰ জননীযে সউ জেৰেঙাতে
চোৰাত চমতা শাস্তি সৱাকে পৰাজি
সতীত্বৰ অক্ষয় চানেকি
এৰি থ'ই নাৰী-জগতক
তিয়াগিলে নশ্বৰ জীৱন।
তইঁতে কৰিবি বাছা, যেনে-তেনেকই
যুগমীয়া সেই কীৰ্ত্তি চিন!—"
ডাঙৰীয়া! সোণকালে আৰম্ভিম কাম
মুক্তহস্তে ধন সোণ ভাঁগি
যুগমীয়া মাতৃ-শ্ৰাদ্ধ কৰিব পুত্ৰই।
কত আছে সুনিপুণ ভাল খনিকৰ
সোণকালে অনাক বিচাৰি!

বুঃ গো। সোণকাল বুলি—লাগিব এমাহ তেও।
লাগে যদি ভাল খনিকৰ
নানিলে ভাটীৰ পৰা নেপাব ইয়াত।

ৰুদ্ৰ। লাগক এমাহ বাৰু
ভাটীৰ পৰাই তেনে অনাওক এজন
বিজ্ঞাপন দ'ল আৰু
কাষতে পুখুৰী এটি সাগৰ সদৃশ
জেৰেঙাত সাজিব লাগিব।
সতীৰ পবিত্ৰ স্মৃতি
জীৱন্ত জাগ্ৰত হ'ই
থাকে যেন যুগ-যুগান্তৰ।
ক'কচোন ডাঙৰীয়া!
কোনে মোক আনি দিব তেনে খনিকৰ
কাৰ ওপৰত বাৰু
দিয়া যাব এই মহা গুৰুতৰ ভাৰ?
বুঃ গোঃ। স্বৰ্গদেউ!
পাচে যদি ৰাজকবি চন্দ্ৰভাৰতীক
পূৰ্ণ হ'ব অচিৰতে তব মনোৰথ।
ৰুদ্ৰ। ভাবো মই অসম্ভৱ বুলি
পাৰিবনে বৃদ্ধই সচাঁই?
বুঃ গোঃ। বৃদ্ধই নোৱাৰে যদি
তেনে কাম কৰোঁতা দ্বিতীয়
নাই আৰু অসম ৰাজ্যত।
বৃদ্ধৰ বীণৰ শক্তি
আছে মোৰ ভালদৰে জনা।

শুনিলে সি বীণাৰ ঝঙ্কাৰ
মেঘে দিয়ে স্নিগ্ধ বৰষুণ
তৰু-লতা হয় পল্লৱিত ;
মৰায়ো জীৱন পায় তাৰ প্ৰভাৱত
সি বীণৰ সহায়তে
অসাধ্য সাধন কৰি দেখাব কবিয়ে।

কদ্ৰ। তেন্তে মই এতিয়াই
যাওঁ নিজে কবিৰ কাষলৈ'।
কৰোঁগই অনুবোধ মই
আনক ভাটীৰ পৰা
নামজ্বলা খনিকৰ শিল্পী-শিৰোমণি।

বুঃ গোঃ। কেলেই লাগিছে নিজে যাব স্বৰ্গদেউ ?
বন্দী এই আছে আপোনাৰ
সেই কাম কৰিম ময়েই।

কদ্ৰ। ভাল তেনে যাওঁ দুয়ো জনে।

[ দুয়ো জনৰ প্ৰস্থান। ]

## দ্বিতীয় দৰ্শন

### আশ্ৰম

[ প্ৰেমানন্দ আৰু শেৱালী । ]

শেৱালী । নোৱাৰিলোঁ ৰাখিব সখীক
লই গ'ল নৰ-পশু ৰজাৰ সেনাই ।
কান্দি কান্দি চকুৰ পানীৰে ।
তিয়ালোঁ নিষ্ঠুৰ ভৱি ৰাজসৈনিকৰ
তথাপিতো সিহঁতৰ নটলিল প্ৰাণ ।
শূণ্য কৰি থই পুণ্য আশ্ৰম তেনেই
হৃবলই লম্পটৰ সামগ্ৰী ভোগৰ
গুচি গ'ল কান্দি কান্দি আশ্ৰমৰ ৰাণী ।
জালবদ্ধ হৰিণীৰ প্ৰায়
সজল নয়নে দেহি মোৰ ফালে চাই
আধা-ভগা মাতে মোক ক'লে সখিয়াই-
অভাগিনী সাদৰীৰ এই
এয়ে সখী অন্তিম বিদায় ।
উস্ ! এতিয়াও মনত পৰিলে
চুৰমাৰ হ'ব খোজে
চনকা ই বুকুখনি মোৰ ।
ইয়ালকে' নাৰীৰ যৌৱন

দিয়ে নেকি নিঠুৰ বিধিয়ে।
নাৰীৰ সৌন্দৰ্য্যৰূপ যৌৱনৰ ধ'ল
আছে নেকি সচাঁকৈয়ে এই কাৰণেই ?
বুজিছোঁ নিশ্চিত আজি
ৰূপ-যৌৱনেই হায় অবলা জাতিৰ
সৰ্ব্বনাশী পতনৰ মূল।
অভাগিনী সখীয়া সাদৰী !
চকুভৰি চাৱলই
নেপালোঁ তোমাক হায় শেষ বাৰলই।
শেষ কথা নেপালোঁ শুনাব
আধাগোৱা গান দুয়োটীয়ে
নেপালোঁ কৰিব শেষ চিৰকাললই।
দুয়োৰে মাজৰ হায় সুবিশাল ঠাই
চকুলোৱে পেলালে বুৰাই।

প্ৰেম। শেৱালী !
অনৰ্থক কি হ'ব কান্দিলে ?
ইচ্ছা পূৰ্ণ হ'ব ঈশ্বৰৰ।
ময়ো জানো বেছকই
পাইছে শৰীৰে তযু দাৰুণ আঘাত,—
কি কৰিবা নাই একো প্ৰতিকাৰ তাৰ।
যি কৰিলে ভালপোৱা কোৱা যদি মোক
নিশ্চয় কৰিম তাকে।

শেৱালী। ৰাখা তেন্তে অনুৰোধ মোৰ
লোৱা এই তীক্ষ্ণ অসি
বহুৱাই দিব লাগে ৰজাৰ বুকুত।

প্ৰেম। অসম্ভৱ অনুৰোধ সি যে!
শেৱালী!
নোহোৱানে তুমি বাৰু অবলা কোমলা?
চাওঁ বাৰু স্পৰ্শ কৰি বুকুখনি মই।

(বুকু স্পৰ্শ কৰে)

উস্! ভাবিছিলো তুলাৰে নিৰ্ম্মিত
ভুল! মহাভুল মোৰ।
বজ্ৰেৰে নিৰ্ম্মিত বুকু।
লেশ মাত্ৰ তাত
নাই দয়া স্নেহ-মায়া কোমল প্ৰবৃত্তি।
চোৱা শেৱালী! পুৰুষ মই
গুৰুৰ আদেশ পালি
আচৰিলোঁ গুৰুহত্যা যিবা মহাপাপ
পোৱা নাই তাৰেই নিষ্কৃতি।
আজিও হাতত মোৰ আছে তাৰ চেকা।
নাভাবিবা সেই তেজ সাধাৰণ বুলি,—
ধুইছোঁ যিমানে তাক মচিবৰ হেতু
সিমানেই উঠে সি উজ্জলি;—
অক্ষয় অব্যয় সি যে,—

সিযে তেজ মোৰ
দেৱতা-প্ৰতিম চিৰ আৰাধ্য গুৰুৰ।—
সাতো সাগৰৰ পানী ঢালা যদি তাত
তথাপিতো সাধ্য নাই তাক মচিবৰ।
পুনুবাৰ যদি—
ৰাজ-হত্যা কৰি কৰো নতুন পাতক
তেন্তে—
সৰ্ব্বাঙ্গ শৰীৰ মোৰ তেজতে বুৰিব
পচিম অনন্তকাল সেই তেজতেই।

শেৱালী। বুজিলোঁ৷ ইমানপৰে
পুৰুষ নোহোৱা তুমি—ভীৰু, কাপুৰুষ।
বল-বীৰ্য্য, সাহ-শক্তি
একোৱেই নাই শৰীৰত।
দুৰ্ব্বল শৰীৰ লই
হইছিলা কিয় গৃহবাসী?
তিৰোতাক পোহপাল দিব
নাই যদি সামৰ্থ্য অলপো
তেন্তে এই বাহুমালা মোক
স্বেচ্ছাৰে ডিঙিত আঁৰি
হইছিলা সংসাৰী কি হেতু?
স্বামী তুমি,—তিৰোতা তোমাৰ মই
ভৰণ-পোষণ মোৰ

তোমাৰেই কৰ্ত্তব্য প্ৰধান।—
পিপাসিতা ভাৰ্য্যাই তোমাৰ
অনুৰোধ কৰিছে কাতৰে
আনি দিয়া ৰজাৰ শোণিত
সুগুচা পিয়াহ মোৰ কৰোঁ নিবাৰণ।
লোৱা, লোৱা এই তীক্ষ্ণ অসি
গুৰু-হত্যা পাতকৰ লোৱা প্ৰতিশোধ।—
যৌৱনৰ দুৱাৰত গুৰু-তনয়াৰ
উপস্থিত হোৱা দস্যু পাতকী ৰজাক
কৰিব পাৰিলে হত্যা
স্বৰ্গত অক্ষয় বাস হ'ব প্ৰিয়তম।

প্ৰেম। নহব তেম্বুৰা কাম মোৰ দ্বাৰা প্ৰিয়া।
দোষৰ কাৰণ একো
দেখা নাই স্বৰ্গদেউৰ গাত।
কৰিছে প্ৰতিজ্ঞা তেওঁ
যি পৰ্য্যন্ত সখীয়ে তোমাৰ
সমৰপি জীৱন যৌৱন
আত্মদান নকৰে আপুনি
সি পৰ্য্যন্ত, নকৰে অনিষ্ট একো।

শেৱালী। বেছ্ কথন্ন
এবাৰ শুৱলা মাত শুনি পাতকীৰ
গলা তুমি সৱাকে পাহৰি।

কৰিছা বিশ্বাস তুমি
কালসৰ্প বিষহীন বুলি।
হাঃ হাঃ! পুৰুষ,—পুৰুষ তুমি
অনুৰোধ নকৰোঁ তোমাক।
তীক্ষ্ণ অসি লই এই কোমল হাতেৰে
হাঁহি হাঁহি মহাপাপী ৰজাৰ বুকুত
দিম বহুৱাই।
থাকা তুমি কাপুৰুষ। হাঃ হাঃ। [ লৰি প্ৰস্থান।]

প্ৰেম। হ'ল নে কি উন্মাদিনী শোকতে শেৱালী?
যাওঁ মই পাছে পাছে কি কৰে নকৰে
গতিবিধি কৰোঁ নিৰুপণ।

[ প্ৰস্থান। ]

---

# তৃতীয় দৰ্শন

## ফুলনি

[ সাধবী থিয় হৈ আছে। স্বৰ্গদেউ ৰুদ্ৰসিংহৰ প্ৰৱেশ। ]

ৰুদ্ৰ। সাধবী। আছানে সুখেৰে তুমি?
লিগিৰীহঁতৰ পৰা
পাইছানে যুগুত শুশ্ৰূষা?

সাদৰী। স্বৰ্গদেউ !
লাভ কৰি অনুগ্ৰহ তযু চৰণৰ
আছে দাসী স্বৰগৰ অময়া সুখত'
নিবিচাৰোঁ বেছি মই, ইয়াতে সন্তোষ।
ৰুদ্ৰ। তেন্তে প্ৰিয়তমে !
কত দিন, আৰু কত দিন
আশাতেই বন্দী হই ৰম এইদৰে ?
কোৱা, কেতিয়া কৰিবা মোৰ
বাঞ্ছা সম্পূৰণ ?
কেতিয়া পাৰিম পিব
নন্দনৰ মন্দাকিনী মউ ?
কোৱা, কোৱা হেৰা বসন্তৰ ৰাণী !
নিদাঘৰ তপ্ত জ্বালা লই
ৰই আছে চকোৰ কাষত।
কোৱা, কেতিয়ানো ৰৰষিবা সুধাৰ সাগৰ ?
সাদৰী। স্বৰ্গদেউ ! দয়াৰ সাগৰ তুমি
অধীনীৰ দেৱৰ দেৱতা।
মাতিছোঁ কাবউ কৰি
দিয়া মোক আৰু কিছু দিন।
দৃঢ় কৰি লওঁ হিয়া
শিক্ষা কৰোঁ পৱিত্ৰ প্ৰণয়।
কোমলা অবলা জাতি,

জটিল প্ৰেমৰ ৰীতি
সি কাৰণে তুমি প্ৰভু
সদয় চকুৰে চোৱা দাসীক তোমাৰ।
পূৰ্ণ কৰা মোৰ এই সৰল মিনতি।

ৰুদ্ৰ। সময়,—লাগক সময় বাৰু
দিলোঁ মই আৰু এটা মাহ।
ভাবি-চিন্তি চোৱা ভালদৰে
কি ভাবিব কৰিছা হেঁপাহ।
কিন্তু, মাহেকৰ অন্তত জানিবা
লাগিব নিশ্চয় দিব হৃদয় তোমাৰ।
—দেখা হ'ব পুনুবাৰ মাহৰ শেষত।

[ প্ৰস্থান। ]

সাদৰী কি কৰোঁ এতিয়া মই
ভাবি ভাবি প্ৰাণ বিয়াকুল।
হায়! মুক্ত আকাশৰ মই
আছিলোঁ চৰাই এটি মুকলিমূৰীয়া
কিন্তু আজি দুৰ্ভাগ্যৰ ফলে
বন্ধন-জিঞ্জিৰী পিন্ধি
সোমালোঁহি সোণৰ সজাত।
হ'ব পাৰে বন্দী মোৰ দেহা
কিন্তু—মন মোৰ নিজৰ অধীন।
হৃদয়ৰ দুৱাৰত মোৰ

বজা আজি হইছে ভিখাৰী।
নহয়, ভিখাৰী নহয়
দস্যু ৰূপে আহি মোৰ হৃদি-মন্দিৰত
ভাণ্ডিব খুজিছে তেওঁ সোণৰ দুৱাৰ।
বুজা নাই, প্ৰেমৰ মহিমা,—
বুজা নাই, ইমান সহজে
নোৱাৰে লভিব কেঁৱে পৱিত্ৰ প্ৰণয়।

[ লাহে লাহে ভাবি ভাবি প্ৰস্থান। ]

---

# চতুৰ্থ দৰ্শন

## দিল্লীৰ ৰাজআলি

[ এজনী বেশ্যাৰ কাপোৰৰ আঁচলত ধৰি এটা দস্যুৰ প্ৰৱেশ। ]

দস্যু। বুজিছনে লাহৰী! সেই যে বিদেশী বুঢ়াটো দেখিলো তাৰ লগত বহুত ধন-সোণ আছে। গাত বহুত দামী সাজপাৰ আছে। সেইবোৰ বৰ মূল্যবান মুগা-পাটৰ কাপোৰ! শুনিছো অসম দেশত সেইবোৰ উৎপন্ন হয়। তাৰ তিৰোতাবিলাকে সেইবোৰ বয়। যদি তাৰ গোটেই-খিনি বস্তু হাত কৰিব পাৰো তেন্তে ভালকৈয়ে বছালো।

তোৰ ওপৰতহে সকলো ভৰষা। তই যি কৰ লাহৰী! সেয়েই হ'ব।

বেশ্যা। তই বেছ বঢ়িয়া কথাকে কৈছ মোৰ সোণ। তই মতা হৈ বলে নোৱাৰ মই তিৰোতজনীয়ে বলে পাৰিম। মোৰনো আকৌ কি আছে? মুখত মিচিকিয়া হাঁহি, চকুত ভুৱন ভুলোৱা চাৱনি, গালত সেন্দূৰীয়া বং আৰু বুকত ছিঃ—বাটে-পথে কবলৈকে লাজ লাগে—ইমানখিনিহে মোৰ সম্পত্তি। তাৰেনো বাৰু কি হ'ব?

দস্যু। তৰোৱাল, বন্দুকৰ অসাধ্য কাম সেয়েই অনায়াসে কৰিব। নাৰীৰ কটাক্ষ বাণ ধেনুৰ কাঁড়তকৈও বেছি চোকা, নাৰীৰ গোলাপী গালত চুম্বন কালফেটী সাপৰ দংশনতকৈয়ো বেছি বিষাক্ত, নাৰীৰ মুখৰ মিচিকিয়া হাঁহি বজ্ৰতকৈয়ো কালান্তক। তোৰ গাত হ'লে সেই সকলোবোৰ আছে। লাহৰী! ভয় কি? মোৰ হাতত ঢাল-তৰোৱাল একো নাই। থকা হলেতো তোক কাবৌ নকৰিলোহেঁতেন। মই নিৰস্ত্ৰ, সি সশস্ত্ৰ। তই তাৰ লগত সনা-পিধা হৈ যিমানেই পাৰ তাক কাম ৰসত বুৰাবলৈ চেষ্টা কৰিবি আৰু জালত পৰা যেন দেখিলে ফটিকা খুৱাই মতলীয়া কৰিবি। এনে সময়তে মই পাছফালৰ পৰা বীৰৰ নিচিনাকৈ আহি যি পাৰোঁ কৰিম। এই কেৰিয়েই কাম বুজিছ? পাৰিবিনে লাহৰী? যি পাওঁ তাৰে আধা ভাগ তোৰ আৰু আধা মোৰ।

বেশ্যা। পাৰিম বাৰু। বুধিটো হ'লে বেয়া হোৱা নাই। অতি সামান্য কাম। কেলেই নোৱাৰিম? সেই বিষয়ে একো চিন্তা নাই। মোকনো আৰু পুৰুষ ভুলাবলৈ শিকাব লাগিছেনে? বুঢ়া আহিছেই। অলপ আঁতৰ হওঁহক বল।

[ দুয়ো আঁতৰহৈ লুকায। ৰাজকবি চন্দ্ৰভাৱতীৰ প্ৰৱেশ। ]

চন্দ্ৰভাৱতী। এয়েই দিল্লী। তাহানিৰ সেই ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ ইন্দ্ৰপ্ৰস্থ চহৰ। আলিৰ দুয়োকাষে শাৰী শাৰী পকা দালান। চালে চকুৰোৱা শাৰী শাৰী ৰাজপ্ৰাসাদ, মচ্‌জিদ্ ঘৰ। যি ফালেই চকু দিওঁ সেই ফালেই চকু থিৰ হৈ থাকিব খোজে। মনত ভ্ৰম হয় যেন এয়েই ইন্দ্ৰৰ অমৰাৱতী। যমুনাৰ পাৰত যে তাজমহলটো দেখি আহিলোঁ, আ-হা কেনে বিতোপন! মণিমাণিক্য সুৱৰ্ণ-খচিত মমতাজ বেগমৰ কবৰ তাজমহল। দেখিলোঁ, নয়ন সাৰ্থক কৰি চাই ললোঁ। মনত আশা হৈছে—এই দিল্লীতে ভাল খনিকৰ পাম।

[ গীত গাই গাই বেশ্যাৰ প্ৰৱেশ। ]

—গীত—

বেশ্যা। কোনেনো পিব এ মোৰে
যৌৱনৰে প্ৰেম-মদিৰা।
উঠলে সৌন্দৰ্য্য-সুধা
পৰাণ বিমোহন কৰা।

প্ৰেমিক সুজন কোন
ডিঙিত পিন্ধিব সোণ
স্নানিব হৰষে লভি প্ৰণয়-নিজৰা।
হৃদয়-আকাশে আহি হ'ব ভোটা তৰা।

চঃ ভাঃ। তুমিতো বৰ সুন্দৰ গীত গাই পেলালা। চাওঁ। মই যাওঁ। মোৰ আগৰ পৰা গুচা।

বেশ্যা। কলৈনো যোৱা? এখন্তেক বৈ গলেনো কি হয়? মোক দেখি তোমাৰ গাটো ৰিঞ্জিৎ ৰিঞ্জিৎ লগা নাই জানো? তুমিও ভাল বেৰসিক দেও হে। মোৰ হলে তোমাক দেখি মনটো উত্ৰাৱল হৈ উঠিছে।

চঃ ভাঃ। লাজ-কাজ সকলোকে পুৰি খাই তেনে ঘিণ-লগা কথা কবলৈ তোমাৰ বেয়া লগা নাইনে? ছি ছি! এয়া জনপূৰ্ণ ৰাজআলি। মোৰ বিবেচনাৰে তুমি তিৰোতা মানুহ এজনী এনেকৈ অকলে ফুৰাই উচিত হোৱা নাই।

বেশ্যা। তুমিতো কম সুন্দৰ পুৰুষ নোহোৱা। যদিও ডাঢ়ি-চুলি কেইডাল তেনেই শুকুলা হৈ গৈছে তথাপি তোমাৰ গাৰ পৰা হলে জেউতি যোৱা নাই। ময়েই বৰ্ত্তমান দিল্লীৰ মমতাজ বেগম। যেয়ে মোক দেখে তাৰে জিভাৰ পানী নপৰাকৈ নেথাকে। তোমাৰ জানো মনটো মোৰ ফালে আওচলীয়া হোৱা নাই প্ৰিয়তম? তুমি মোক ভাল পোৱা নাইনে?

চঃ ভাঃ। কিনো নাককটা নিধক ভিবোতা অ’! বাটে-ঘাটে বেইচালি! তোক ভালপাবলৈনো বাক তোৰ গাত কি গুণ আছে হঞে ?

বেশ্যা। কিনো গুণ নাই ? এই সুন্দৰ যৌৱন আছে। মুখত মিচিকি হাঁহি, চকুত চাৱনি, বুকত প্ৰেমৰ ভড়াল, সকলো আছে। তথাপি তুমি সুধিছা মোৰনো গাত কি গুণ আছে। হাঁহি উঠা কথা। মই নাৰী, মই যুৱতী। মোৰ-নো আকৌ কিহৰ অভাৱ ?

চঃ ভাঃ। তই নাৰী নহৈ এটি কবিতা হোৱা হলে, তই যুৱতী নহৈ এটি সঙ্গীত হোৱা হলে, মই তোক ভালপাব পাৰিলোঁহেঁতেন।

বেশ্যা। তুমি যদি ভাল পোৱা তেন্তে মই ইচ্ছা কৰিলেই কবিতাও হ’ব পাৰোঁ, সঙ্গীতো হ’ব পাৰোঁ! ধৰা চোন ইয়াৰে এঢোকা খোৱা। [ গিলাচত ফটিকা ঢালি দিয়ে। ] তাৰ পিছত চাবা মই এটি মূৰ্ত্তিমতী কবিতা মাথোন। খোৱা!

চঃ ভাঃ। কি দিছ? ফটিকা লাওপানী ? সি যে আমাৰ অস্পৃশ্য। আমাৰ দেশৰ পৰ্ব্বতীয়া মানুহবিলাকেহে সেইবোৰ খায়।

বেশ্যা। তুমি ভয় খাব নেলাগে। ফটিকা লাওপানী একো নহয়। স্বৰগৰ মন্দাকিনী জল। খোৱা শান্তি পাবা। স্বৰগৰ নন্দনবনত শচীৰ লগত বিচৰণ কৰিব পাৰিবা। খোৱা।

চঃ ভাঃ। তেনেহলে বাক দে। [প্ৰদান।] উস্, কি দিলি পাপিষ্ঠা? ইযে চোকা বিহ। মোৰ মূৰ ঘূৰাব ধৰিলে। উস্!

[অচেতন হৈ পৰি যায়। বেশ্যাই সুহুৰি বজায। দস্যুৰ প্ৰৱেশ।]

দস্যু। এইবাৰ পাইছোঁ নহয়। কলৈ সাৰিবি এতিয়া?

[কাপোৰ-কানি অলঙ্কাৰবোৰ সোলোকাই লয।]

বেশ্যা। যি আছে সকলো ল। একো বাকী নেৰিবি। বৰ মূল্যবান্ কাপোৰ, অলঙ্কাৰ।

দস্যু। এৰিম কিয়? সকলো লম। চাওঁ এই বীণাখন।

[বীণাখন টানোতে চেতন পায।]

চঃ ভাঃ। কোনে মোৰ বীণা নিলে? নিনিবি। নিনিবি। মোৰ প্ৰাণৰ বীণা নিনিবি।

বেশ্যা। বীণাখন লবই লাগিব। বীণাহে সঙ্গীতৰ ঘাই যন্ত্ৰ।

দস্যু। লৈছোঁ যেতিয়া আৰু ক'ত পায়?

[বেশ্যা আৰু দস্যুৰ প্ৰস্থান।]

চঃ ভাঃ। হায় সকলো নিলে। আনকি বীণখনি তাকো নিলে। মোৰ শৰীৰৰ পৰা যেন জীউটোকে কাঢ়ি নিলে। কেনেকৈ থাকোঁ? কেনেকৈ বাট বুলোঁ? অসহ্য! অসহ্য! বীণা! দুৰ্ভগীয়া কবিৰ বীণা! তোৰ অবিহনে মোৰ জীৱন-বীণা কেনেকৈ বাজিব? বীণা! বীণা মোৰ!

[ বীণা আৰু অপহৃত অলঙ্কাৰ-পাতি লৈ যশোৱন্ত সিংহৰ প্ৰৱেশ । ]

যশোৱন্ত । নিয়া কবি । তোমাৰ অপহৃত বস্তু সকলো নিয়া । এইখন তোমাৰ বীণা ।

চঃ ভা । বীণা ? দিয়ক মোৰ বীণাখনি দিয়ক । মোৰ প্ৰাণ দিয়ক । কোন আপুনি ? পৃথিৱীৰ মানুহ নে আকাশৰ দেৱতা ?

যশো । মই আকাশৰ দেৱতা নহওঁ । পৃথিৱীৰেই মানুহ । মোৰ নাম যশোৱন্ত সিংহ । ৰাজপুতনাৰ ৰজা । ৰাজকাৰ্য্যত দিল্লীলৈ আহিছিলো । দস্যুৰ হাতৰ পৰা তোমাৰ অপহৃত অলঙ্কাৰ-পাতি সাজ-পাৰ আদি আৰু বীণাখনি কাঢ়ি আনি ৰাজপুতৰ কৰ্ত্তব্য কৰিছো । তাতকৈ বেছি একো কৰা নাই । তুমি বোধকৰোঁ বিদেশী । মই তোমাক সহায় কৰিব পাৰিলে কৃতাৰ্থ মানিম ।

চঃ ভাঃ । মানুহৰ মুখে কৰ্ত্তব্যপ্ৰাণ ৰাজপুত জাতিৰ নাম শুনিছো । স্বদেশভক্ত ৰাণা প্ৰতাপ, ৰাণী পদ্মিনী, ধাত্ৰী পান্না আদিৰ কাহিনী বৰ্ণাই গীত ৰচি এই বীণাৰ সহায়ত গাইছোঁ । আজি ৰাজপুতৰ মহত্ব নিজ চকুৰে দেখা পালোঁ । আপুনি যদি মোক সহায় কৰিব খুজিছে তেন্তে কওকচোন মহাৰাজ । ক'ত এজন ভাল খনিকৰ পোৱা যাব ?

যশো । খনিকৰেৰে কি কৰিবা ?

চঃ ভাঃ । মোৰ জন্মভূমি অসমদেশলৈ লৈ যাম ।

যশো। সেই অসমদেশ—যাক মোগলে কৰতলীয়া কৰিব নোৱাৰিলে ?

চঃ ভাঃ। এৰা, সেই অসম দেশ। দিয়ক মহাৰাজ! এজন খনিকৰ দিয়ক। এলাপেচা খনিকৰ নহয়। এজন ভাল সুদক্ষ খনিকৰ লাগিব।

যশো। ইয়াত ভাল খনিকৰ পোৱা যায় বুলি কেনেকৈ জানিলা ?

চঃ ভাঃ। কিয়, যি ঠাইত প্ৰকাণ্ড প্ৰকাণ্ড ৰাজ-অট্টালিকা, তাজমহল, মতি মচ্‌জিদ্, জুম্মা মচ্‌জিদ্ আদিৰ কাৰুকাৰ্য্যই এটা প্ৰবল পৰাক্ৰান্ত জাতিৰ গৌৰৱৰ ইতিবৃত্ত কৰলৈ বৈ আছে সেই ঠাইত যদি ভাল খনিকৰ পোৱা নেযায় তেন্তে কত পোৱা যাব ? কওক মহাৰাজ! এজন ভাল খনিকৰৰ নাম কওক।

যশো। ঘনশ্যাম নামেৰে এজন বিখ্যাত খনিকৰ আছেহি। তেওঁ তোমালোকৰ ওচৰৰ ভাটীৰ ৰংপুৰৰ মানুহ। মানুহজনৰ প্ৰকৃতি হলে আন মানুহৰ লগত নিমিলে।

চঃ ভাঃ। কেনে ?

যশো। ব'লা, তেওঁৰ কাষলৈকে ব'লা। সকলো নিজেই বুজিবা।

চঃ ভাঃ। বলক। পিছে মহাৰাজ! ইয়াৰ মানুহবোৰক যৰ আচৰিত যেন দেখিছোঁ। মোৰ গাত পাটৰ এণ্ডা-চোলা,

গুণাৰ ফুল দিয়া চেলেং, মুৰত মুগাৰ পাগুৰী দেখি সিহঁতে হুমুমন্ত হুমুমন্ত কৰি হৈ দিয়ে কিয়? সিহঁতে সভ্যতাৰ আদৰ নেজানে নেকি?

যশো। বান্দৰে কি জানে নাৰিকলৰ মোল। ব'লা।

[ দুয়োৰো প্ৰস্থান। ]

---

# পঞ্চম দৰ্শন

## খনিকৰৰ চিত্ৰশালা

ঘনশ্যাম খনিকৰ বহি আছে। হাতত হাতুৰী বটালী আদি কাম কৰা সজুলি লৈ ভীলজাতীয় শিলাকুটীইঁতে নাচি নাচি গান গাইছে।

—ঃ গীত ঃ—

শিঃ কুঃ]ইঁত। আমি শিলাকুটী পাহাৰী ভীল
হাঁহি-উলাহে ভাঙিম শিল।
আমি শিলাকুটী কৰমী-প্ৰাণ
কাম কৰি কৰি জুৰিম গান।
হাঁহি হাঁহি জীৱন কটাম
চাই মুক্ত আকাশ সুনীল।
মৃদু মৃদু মৃদুল মলয়া
আহিছে ধীৰেধে হিয়া কাঢ়ি-নিয়া

লাহে লাহে কৰে মতলীয়া
প্ৰেমিক সুজন বিৰহী পৰাণ।
হেপাহেৰে মানস-প্ৰতিমা
পাষাণৰ বুকত কাটি মধুৰিমা
চোৱা কেনে ব্যাকুল চৰ্দ্দাৰ
মানস প্ৰতিমা চাই চিন্তাশীল।
আমি শিলাকুটী পাহাৰী ভীল
হাহি হেলাৰঙে কাটিম শিল।

চৰ্দ্দাৰজী। আমাৰ বিদায়।

ঘনশ্যাম। যোৱা তোমালোক।

[ শিলাকুটীহঁতৰ প্ৰস্থান। ]

—পাষাণৰ বুকুত কাটিলোঁ
প্ৰাণ-সম মানস-প্ৰতিমা।
সাপৰ নেজৰ দৰে
ৰভাহত চউ খেলা ক'লা চুলিটাৰি
পাৰি দিলে শুৱ পাবোঁ মই।
ফুলি-থকা হাঁহি-থকা গোলাপৰ দৰে
চালে সেই সেন্দুৰীয়া মুখ'নিৰ ফালে
ইচ্ছা হয় হবলই লুভুৱা ভোমোৰা।
হৰিণীৰ চকু হেন চকু দুটিলই
পাহৰি পিয়াহ-ভোক

একে থৰে একে ধ্যানে চাই থাকোঁ মই।
তিল ফুলটিৰ দৰে নাকটি দেখিলে,
হেঙুলীয়া ওঁঠ দুটি দেখিলে প্ৰিয়াৰ
হওঁ মই আনন্দতে আপোন-পাহৰা।
পৃথিৱীৰ সৌন্দৰ্য্য ভঁড়াল
লুটি-পুটি আনি মই
পাতিছোঁ ইহি মউ ৰহঘৰা।
আনফুল কই মই অতি যতনেৰে
গঢ়িলোঁ আপোন হাতে
কল্পনাকুঁৱৰী মোৰ মানস প্ৰতিমা।
এক মাথোঁ শৰীৰত
প্ৰাণটিহে আছে দিবলই
তাকে হলে হয় মোৰ কাৰ্য্য সমাপন।
ভাবিছোঁ নিতউ তাকে
তথাপিতো পৰা নাই ভাৱনাৰ ওৰ।
অসাধ্য সাধন হয় কিবা দৰে বাৰু
কিদৰেনো সিদ্ধি লাভ হয় সাধনাৰ!
হওঁ যদি ঘনশ্যাম খনিকৰ মই
নিশ্চয় এদিন ভেস্তে
কৰিম জীৱন্ত মোৰ
হেঁপাহৰ প্ৰাণ-প্ৰতিমাক।
প্ৰিয়তমা পাষাণীক মোৰ

নিশ্চয় এদিন লম
প্ৰাণভৰা চেনেহেৰে বুকুত সাৱটি।
পাইছোঁ বলিয়া নাম জন সমাজত
কিন্তু
সকলোৱে বুজিব এদিন
দেখা নাই ঘনশ্যামে ভুলৰ সপোন।
মানস-প্ৰতিমা মোৰ জীৱ লাভ কৰি
হ'ব প্ৰাণ প্ৰিয়তমা জীৱন-সঙ্গিনী।
কোন ?—মহাৰাজ ?

[ যশোৱন্ত সিংহৰ প্ৰৱেশ। ]

যশো। এৰা খনিকৰ।
ময়ে আজি কাষলই আহিছোঁ তোমাৰ।

ঘন। নীৰলে কৰিছো ধ্যান।
নেথাকলে প্ৰয়োজন বিশেষ ভাবৰ
অনুগ্ৰহ কৰি যদি
স্বস্থানে প্ৰস্থান কৰে
বিশেষ কৃতাৰ্থ মই হ'ম মহাৰাজ।

যশো। এতিয়াও খনিকৰ!
শুচা নাই সেই বলিয়ালি ?
নোৱাৰিছোঁ যাব মই—
আছে মোৰ গুৰুতৰ প্ৰয়োজন এটি।

ঘন। হয় যদি আন সময়ত—

যশো। এতিয়াই হ'ব লাগে এই সময়তে।
আনিছো লগত মোৰ বিদেশী এজন
কৰিছে তোমাৰে তেওঁ সাক্ষাৎ প্ৰাৰ্থনা।

ঘন। দিব পাৰে তেনে বাক
পঠিয়াই মোৰ কাষলই।

যশো। যাওঁ মই।
কিন্তু, সাৱধান খনিকৰ
বিদেশীক নকৰিবা অপমান তুমি।

[ প্ৰস্থান। ]

ঘন। ক'ৰ পৰা আহিল বিদেশী
মোৰ স'তে সম্বন্ধ কিহৰ ?
হ'ব লাগে প্ৰয়োজন ৰজা-পাটছাৰে।
দীনহীন খনিকৰ মই।
মোৰ দ্বাৰা হ'ব তাৰ
কিনো বাৰু উদ্দেশ্য সাধন ?
জগতৰ সতে
নাই মোৰ সম্বন্ধ একোকে।
তথাপি সি
আহিছে কিহেতু বাৰু মোৰ কাষলই ?

[ চন্দ্ৰভাৱতীৰ প্ৰৱেশ। ]

চঃ ভাঃ। নমস্কাৰ খনিকৰ।

ঘন। নমস্কাৰ বিদেশী বৃদ্ধজী।

আগমন কিবা উদ্দেশ্যেৰে ?
কোন তুমি ?
কি লাগে তোমাক ?
অতি দীনহীন মই ক্ষুদ্ৰ খনিকৰ
নাই মোৰ দিবলই বিশেষ একোকে।

চঃ ভাঃ খনিকৰ !
নেলাগে একোকে দিব
একোৰেই নহওঁ দুখীয়া।
বিধতাৰ অসীম কৃপাত
অসমত একোৰেই নহয় অভাৱ।
যিবা ধন যিবা বস্তু আছে তোমাসাৰ
আমাসাৰো আছে সকলোৱে।
তদুপৰি আছে এটি দুৰ্ল্লভ ৰতন
স্বাধীনতা স্যমন্তক মণি
বহুদিন পূৰ্ব্বে যাক ভাৰতবাসীয়ে
স'পি দিছে বিজাতিৰ চৰণ-প্ৰান্তত।

ঘন। তাৰ পিছে বক্তব্য তোমাৰ ?

চঃ ভাঃ খনিকৰ !
আহিছোঁ তোমাক নিব
যাব লাগে তুমি মোৰ জন্মভূমিলই।

ঘন। কোন তুমি আদেশিছা মোক,
মানি লব প্ৰভু-আজ্ঞা শিৰোধাৰ্য্য বুলি

নোহো মই গোলাম তোমাৰ।

চঃ ভাঃ নাছিলো আদেশ কৰা

আদেশ কৰিব মোৰ নাই অধিকাৰ।

অনুৰোধ কৰিছোঁ বিনয়ে।

বলা খনিকৰ! তোমাৰ কাৰণে

স্বদেশত ৰজাই আমাৰ

অতদিনে আছে বাট চাই।

ঘন। কোন সেই ৰজা ?

কি হয় তোমাৰ তেওঁ ?

চঃ ভাঃ। ৰজা তেওঁ অসমৰ—ৰুদ্ৰসিংহ নাম।

ৰাজকবি ভৃত্য মই তলতীয়া প্ৰজা।

তেওঁৰেই অনুৰোধ এই

কৰিছোঁহি জ্ঞাপন তোমাক।

ঘন। ৰাজকবি! কবাগই ৰজাক তোমাৰ

নোৱাৰি পালিব মই ৰাজ-অনুৰোধ

হোৱা বুলি নিতান্ত দুঃখিত।

চঃ ভাঃ। কিয় খনিকৰ!

নোৱাৰা কেলেই যাব

কিবা হেতু অসম্মতি কৰিছা প্ৰকাশ ?

লক্ষ লক্ষ স্বৰ্ণ মুদ্ৰা পাবা পুৰস্কাৰ

আৰু পাবা অনুগ্ৰহ অসম ৰজাৰ।

কইছোঁ বন্ধুৰ দৰে

হাততে স্বৰগ পাই নিদিবা নেওচা।

ঘন। কি হ'ব স্বৰগ পালে
নেপাওঁ লগতে যদি
নিৰুপমা স্বৰগ-সুন্দৰী।
খনিকৰ মই,—
ভাগৰিছে আজি মোৰ ভাস্কৰ্য্য-বিস্তাই।
ৰাজকবি তুমি ভাই, সঙ্গীত-সেৱক
বীণৰ সহায়ে যদি পাৰা এটি কাম
তেন্তে মই অনুৰোধ ৰাখিম তোমাৰ।

চঃ ভাঃ। কোৱা আগে কিবা কাম সেই।

ঘন। পাষাণৰ বুকুত কাটিছোঁ।
প্ৰাণহীনা মানস প্ৰতিমা।
বীণা আৰু সঙ্গীতৰ সহায়েৰে যদি
দিব পাৰা প্ৰাণ তুমি তাত
তেন্তে মই তোমাৰ আদেশ
পালিম ভৃত্যৰ দৰে আজীৱন মোৰ।
চোৱা যদি পাৰোঁ দেখুৱাব
চিৰ প্ৰিয়তমা মোৰ মানস প্ৰতিমা।

চঃ ভাঃ। দেখুৱালে নাই মোৰ আপত্তি চোৱাত।

ঘন (আঁৰ-কাপোৰ দাঙি মানস প্ৰতিমা দেখুৱাই)
চোৱা, চোৱা ৰাজকবি!
চোৱা ভাই।

এই জনা—এই জনা মোৰ
সপোনৰ পটেশ্বৰী মানস-প্ৰতিমা।
আহা-আ ! আহা-আ ! স্বৰ্গৰ অপ্সৰা
কেনুৱা লাৱণী মোৰ প্ৰাণ-বিমোহিনী।
চোৱা, চোৱা, আৰু চোৱা ভালকই তুমি।
যিমানেই চোৱা ভাই
সিমানেই চাবলই বাঢ়িব হেঁপাহ
নপলায় প্ৰাণৰ পিয়াহ।
বেছিকে' নেলাগে চাব থক ইমানতে।
( আঁৰ-কাপোৰ পেলাই দিয়ে। )
কোৱা ৰাজকবি।
বীণৰ সাহায্যে তুমি প্ৰাণ-প্ৰতিমাক
পাৰিবানে জীৱন্ত কৰিব ?
চঃ ভাঃ। ( স্বগত ) কি দেখিলোঁ ! সঁচা যদি দৃষ্টি মোৰ
নহয় চকুৰ ভ্ৰম
তেন্তে এই জনা
ৰজাৰ প্ৰেয়সী সেই সাদৰী কুঁৱৰী।
নেদেখিলোঁ অলপো তফাৎ।
একে হাত, একে মুখ, একে চকু নাক
একে দিব্য দেহৰ গঠন
একেই সকলো।
নেদেখিলোঁ নতুন একোকে।

এক মাথোঁ দেখা পালোঁ
সাদৰীৰ চিত্ৰপট এটি।

ঘন। কি ভাবিছা কবি ?
নিৰুত্তৰ কিবা হেতু দিয়া সমিধান।

চঃ ভাঃ। নহয় তোমাৰ কাম একো অসম্ভৱ
হাঁহিমুখে পাৰোঁ কৰি দিব।

ঘন। তেন্তে কবি ! নকৰা পলম।
ধৰিছোঁ ভৰিত মই
সুৰ দিয়া বীণত তোমাৰ।

চঃ ভাঃ। খনিকৰ !
নেবাজে ইয়াত বীণ
কৃত্ৰিমতাপূৰ্ণ এই দিল্লী নগৰীত।
অনিচ্ছাৰে দিওঁ যদি ৰেপ
বাজিব কেৱল তাত কৃত্ৰিমতা সুৰ।
ব'লা খনিকৰ
অসম দেশলৈ' মোৰ
আছে তাত কল্পতৰু কবি-কাননৰ।
যি দেশত উষা সুন্দৰীয়ে
সপোনত পতি লাভ কৰি
অনিৰুদ্ধ কোঁৱৰক পালে,
যি দেশৰ সাধ্বী বেউলাই
মৃত পতি আনিলে জীয়াই,

যি দেশত মৃত ধনঞ্জয়ে-
দুনাই কৰিলে লাভ হেৰোৱা পৰাণ
ব'লা খনিকৰ !
মোৰ সেই জন্মভূমি কামৰূপলই।
তাতেহে ধৰিব বীণে সঞ্জীৱনী সুৰ
দেখিবা জীৱন্ত তব মানস প্ৰতিমা।

ঘন। কইছানে সচাঁ কথা তুমি ?

চঃ ভাঃ। মিছা যদি—হ'ব মোৰ নৰকত ঠাই।

ঘন। যাম তেন্তে তোমাৰে লগতে
বুকুত সাৱটি ল'ই মানস প্ৰতিমা।
আগেয়ে কৰিবা পূৰ্ণ অনুৰোধ মোৰ
পাষাণীক দিবা প্ৰাণ-দান
তাৰ পিছে দেখা মই কৰিম বজাৰে।

চঃ ভাঃ। উত্তম কথা।

—ঃ ঐক্যতান ঃ—

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

### ৰাজ-অন্তেষপুৰ

[ চিন্তামগ্ন ৰজা ৰুদ্ৰসিংহ । ]

ৰুদ্ৰ । দিনৰ পিছত ৰাতি
ৰাতিৰ পিছত দিন আহে আৰু যায়
অনন্ত কালৰ গতি মাথোঁ অহা-যোৱা
এইদৰে চলিব সংসাৰ !
সেইদৰে সংসাৰী জীৱও
চামে চামে গইছে আহিছে ।
জন্মিব মৰিব, মৰিব জন্মিব
দেখাই দুদিন মাথোঁ ভাওনাৰ চং ।
মাতৃ গ'ল, পিতৃ গ'ল
গ'ল যত আত্মীয়-স্বজন
দুদিনৰ অগা‌পিছা কই ।
দুদিন পিছত মোৰো পৰিব আহ্বান
ভৱলীলা সাঙ কৰি যাবই লাগিব ।
ভাল বেয়া কাম অনুসৰি

এক মাত্র নামটো থাকিব।
ৰজা মই, প্ৰজাৰ পালক
কৰোঁ যদি বেয়া কাম
বিশ্বই কুযশ ৰটি চিৰকাললই
শত্ৰু মুখে দিব গৰিহণা।
কৰোঁ যদি ভাল কাম
দুদিনতে সকলোকে পাহৰিব পাহৰি।
এয়েই জগৎ!
বহু কাম বাকী এতিয়াও।
বঙ্গ জয় কৰি
অসমক কৰিম ডাঙৰ
বোৱাম গঙ্গাৰ সোঁত নিজৰ ৰাজ্যত।
ই যে মোৰ সোনৰ সপোন।

[ দুৱৰীৰ প্ৰৱেশ ।]

দুৱৰী ( সেৱা কৰি ) স্বৰ্গদেউ ঈশ্বৰ!

ৰুদ্ৰ। ক, কি আছে ক'ব লগা তোৰ।

দুৱৰী। দুৱাৰত ভিখাৰিণী সতে
ৰই আছে ভিখাৰী এজন।
কৰিছে প্ৰাৰ্থনা দুয়ো ৰাজ-দৰিশন।
দিয়ে কিবা অনুমতি?

ৰুদ্ৰ। ইয়াতেই পাব মোক লগ
যা, সোণকালে দে গই আহিব।

ছুৰবী। যি আদেশ স্বৰ্গদেউ। [ প্ৰস্থান। ]

[ গীত গাই গাই শেৱালী আৰু প্ৰেমানন্দৰ প্ৰৱেশ। ]

—ঃ গীত ঃ—

দুয়ো। হেৰা স্বৰ্গদেউ ! বন্দিছোঁ চৰণ
যাচি হেঁপাহেৰে ভকতি ধন
স্বৰ্গদেৱ, স্বৰ্গদেৱ, স্বৰ্গদেৱ !

আৰাধ্যা জননী জনমভূমি
সেই জননীৰে নৃপতি তুমি
স্বৰ্গদেৱ, স্বৰ্গদেৱ, স্বৰ্গদেৱ !

উঠে পৰ্ব্বতৰ গাত
যাৰ মহিমা ঘাত-প্ৰতিঘাত
স্বৰ্গদেৱ, স্বৰ্গদেৱ, স্বৰ্গদেৱ !

যি জন নৃপতি প্ৰজাৰ প্ৰাণ
লুইতত উঠে যশোগীতি গান
স্বৰ্গদেৱ, স্বৰ্গদেৱ, স্বৰ্গদেৱ !

শিতানত হিমগিৰি
আছে গৌৰৱ পতাকা ধৰি
স্বৰ্গদেৱ, স্বৰ্গদেৱ, স্বৰ্গদেৱ !

ৰুদ্ৰ। সুললিত কণ্ঠে গাই মধুৰ সঙ্গীত
বিমোহিত কৰিলা তেনেই।
বয়সত নিচেই নবীন
কোন হেবা তোমালোক যুৱক যুৱতী ?

প্ৰেম। স্বৰ্গদেউ ঈশ্বৰ !
বাটৰ ভিখাৰী মই লাওলোটা লোৱা
উন্মাদিনী ভাৰ্য্যা এওঁ মোৰ।
গছৰ তলৰ এটি জুপুৰি ঘৰত
বাস কৰোঁ দুয়োজনে অতি দুখে কষ্টে।

ৰুদ্ৰ। অত দিনে কিয় মোক নাছিলা জনোৱা ?
সোণৰ অসম ৰাজ্য
খুজিখোৱা বাটৰ ভিকহু
কেলেই থাকিব তাত ?
ৰজা আছে তোমাসাৰ
সুখ দুখ সৱাৰে গৰাকী
কিয় তেওঁ পোৱা নাই দুখৰ বাত্তৰি ?
ধন-সোণ আছে ভৰি ৰাজভড়ালত
প্ৰজাৰেহে সম্পত্তি সিসৱ।
ভয় নাই, আজি হন্তে তোমাসাৰ
আঁতৰাম দাৰিদ্ৰ্য ৰাক্ষস।

দুয়ো। স্বৰ্গদেৱৰ জয় হোক।

ৰুদ্ৰ। স্বৰ্গদেৱে নিবিচাৰে জয়।

তাব পবিৱৰ্ত্তে কোৱা
জয় হোক অসম ৰাজ্যৰ
জয় হোক অসমীয়া সকলো প্ৰজাৰ।

দুয়ো। জয় হোক অসম ৰাজ্যৰ
জয় হোক অসমীয়া সকলো প্ৰজাৰ।

কন্দ্ৰ। কোৱাচোঁ এতিয়া বাক
কি কাৰ্য্য কৰিলে মই
উভয়েই লভিবা সন্তোষ ?

শেৱালী। কৰিছে যেতিয়া কৃপা স্বৰ্গৰ ঈশ্বৰে
জানিব প্ৰাৰ্থনা মোৰ
হ'ব খোজোঁ দাসী মই সাদৰী বাণীৰ।

কন্দ্ৰ। কেনেকই সাদৰীক চিনি পালা তুমি ?

শেৱালী। ময়ে স্বৰ্গদেৱ ! আশ্ৰমত সাদৰীক
তুলিতালি কৰিলোঁ ডাঙৰ।
তাই মোৰ অতি মৰমৰ
নামে-কামে সঁচাকে' সাদৰী।
এতেদিনে তাইকে নেদেখি
হই আছোঁ জীৱন্তে মৰা।
প্ৰাৰ্থনা সামান্য মোৰ কৰক পূৰণ
নজনাও চৰণত দ্বিতীয় প্ৰাৰ্থনা।

কন্দ্ৰ। আৰু তোমাৰ প্ৰাৰ্থনা কি ?

প্ৰেম। মোৰো সেই একে প্ৰাৰ্থনাই।
যিফালেই যায় নই
সিফালেই বয় সোঁত আপোনাআপুনি।
ভাৰ্য্যা য'ত, স্বামী ত'ত
স্বামী য'ত, ভাৰ্য্যা ত'ত
এয়ে হল প্ৰকৃতিৰ ৰীতি স্বৰ্গদেউ।
দাসকো কৰিব পাৰে যদি দয়া হয়
ৰজা-ৰাণী উভয়েৰে চৰণসেৱক।

ৰুদ্ৰ। সেয়ে হক, কৰিলোঁ প্ৰাৰ্থনা পূৰ্ণ।
উভয়কে এই মোৰ ৰাজকাৰেঙত
স্বাধীনতা কৰিলোঁ প্ৰদান।
নাই মোৰ একো হকাবধা।
ইচ্ছামতে গতিবিধি
হ'ব পাৰে দুজনৰ যলকে তলকে।
নিজৰ মানুহ দেখি
সাদৰীয়ে লভিব সন্তোষ।

[ প্ৰস্থান। ]

শেৱালী। মুখত অমৃত, পেটত গৰল
আহা কেনে সোণামুৱা ৰজা!
দেখা যাব বাৰু, জালত পৰিছে পছু।

প্ৰেম। কি বলকিছা শেৱালী!
হইছেনে সন্তোষ তোমাৰ?

শেৱালী। বৰ সন্তোষ হৈছে।

মই এতিয়া সখীৰ ওচৰলৈ যাওঁ।

প্ৰেম। মই একা?

শেৱালী। মাটিৰ পৰা বুটলি ৰজাৰ পদধূলি মূৰত লোঁৱা।

[ দুয়োৰো প্ৰস্থান। ]

---

## দ্বিতীয় দৰ্শন

### ফুলনি

[ সাদৰী আৰু সেউতী। ]

সেউতী। বাইদেউ!

হ'ল বুলি কান্দিবা কিমান?

চকুলোৰে মজিয়া ভাহিছে

তথাপিতো নপৰেনে কান্দোনৰ ওৰ?

ভাগ্যলিপি কোনে ওলোটাব

যেনেকুৱা কপাল তোমাৰ

কামো হ'ব থিক সেইমতে।

তোমাৰ দেখিলে দুখ

বৰ ব্যথা লাগে মোৰ কোমল প্ৰাণত।

নেলাগেনে দুখ বাৰু মোৰ দুখ দেখি?

মই হলোঁ সুমলীয়া ভনীয়া তোমাৰ
ভনীয়াৰ ৰাখা অনুৰোধ—
দুখ-শোক পেলোৱা পাহৰি।

মাদৰী। ভনীটী!

তুমিয়েই দিছা মোক শোকত উলাহ।
তোমাৰেই সুকোমল মুখখনি চাই
পাহৰিছোঁ অন্তৰৰ দাৰুণ যাতনা।
কি কৰিম,
নিজৰ অজ্ঞাতে মোৰ
শোকে আহি একোবেলি ধৰে খুন্দা মাৰ।
উপস্থিত হয় আহি একে সময়তে
একেলগে পিতৃ-মাতৃ শোক।
মাতৃ-স্নেহ কেনে বস্তু নেজানিলো তাক
বনবিহাৰিণী হ'ই জীৱন কটালোঁ।
পিতৃ-স্নেহ মন্দাকিনী সৰসীত স্নানি।
হেৰুৱাই স্নেহশীল দেউতাক মোৰ
চাৰিফালে একমাত্ৰ দেখিছোঁ আন্ধাৰ।
বাৰু, নকৰোঁ বেজাৰ আৰু
গোৱা এটি সুমধুৰ গীত।

সেউতী। নাই একো আপত্তি গোৱাত
আঁতৰে বিষাদ যদি তোমাৰ মনৰ।
শুনা বাইদেউ—

—গীত—

আই আছিলে ধনেপচেতুলী
বোপাই বুঢ়ী মালিনীৰ নাতি
তাৱত কাপোৰ ঘিণত নিপিন্ধিলোঁ।
মাৰোঁ লাংমাইৰ গাঠি।
গাত ফটাকানি জুকলিজুপুৰি
মূৰত ওকণিয়ে খাই
লোকে সুধিলে কবা কিএ বুলিয়ে
সকতে মৰি গ'ল আই।
এৰি মূৰি, খৰে খাইটী ফাপৰী
নাপাইহে আনিলোঁ তোক
সমনীয়াৰ আগলৈ নোলাবি ফাপৰী
খেজেলিয়াই মাৰিব মোক।

[ শেৱালীৰ প্ৰবেশ। ]

শেৱালী। বেছ গীত, বেছ গীত! শুনিলে এবাৰ
ধন্য হল কাণ মোৰ, ধন্য হল প্ৰাণ।
কুঁৱৰী! নেচাবানে উলটি এবাৰ
মুখ তুলি নকবানে কথা একাষাৰ?
ভিখাৰিণী মই,
নাই একো ভয়ৰ কাৰণ।

সাদৰী। কোন—সখী! সখী শেৱালী?

কিনো আজি ভাগ্যৱতী মই
আজিও মনত আছে সখীক তোমাৰ ?

শেৱালী। সখী ! সখী !

[ দুয়ো আলিঙ্গন কৰে।

সাদৰী। কিয় এনে ভিখাৰিণী বেশ ?

শেৱালী। আনিছো ৰজাৰ পৰা অনুমতি মই
থাকিম লিগিৰী হৈ তোমাৰ লগত
সখী বুলি নকৰিবা সম্ভাষণ আৰু।

সাদৰী। কিয় সখী ?
তুমি মোৰ হোৱা সখী জীৱনে-মৰণে।
হ'ব পাৰোঁ ৰাজৰাণী
হ'ব পাৰোঁ ভিখাৰিণী
তথাপিতো চিৰদিন তুমি
তুমিয়েহে সখী পৰাণৰ।

—গীত—

আভৰত ৰাজকবি—

(আজি) জীৱন-সন্ধিয়া আশী বছৰীয়া
কবিয়ে বাইছে বীণ,
শুনি গীতিধ্বনি পমিব পাৰাণী
প্ৰীতি-আনন্দৰ দিন।

সপোন প্ৰতিমা দেখি দিঠকত
খেলিব নতুন ঢৌ প্ৰেমিক বুকত
আকাশী অমিয়া পিব খনিকৰে
আজি উলাহে নবীন।

[ৰাজকবি আৰু ঘনশ্যামৰ প্ৰৱেশ।]

চঃ ভাঃ। চোৱা খনিকৰ!
চোৱা মোৰ বীণৰ মহিমা।
হয়নে নহয় বাৰু
জীৱন্ত তোমাৰ সেই মানস প্ৰতিমা
চাই লোৱা কথাৰ প্ৰমাণ—

ঘন। সঁচা, সঁচা কথা ৰাজকবি!
আচৰিত ক্ষমতা তোমাৰ।
তেৱেঁ মোৰ—তেৱেঁ মোৰ
হাস্যমুখী মানস-প্ৰতিমা;
অলপো নহয় ভিন তেৱেঁ প্ৰিয়তমা।
আ-হা—আ-হা!
কি সুন্দৰ! কি সুন্দৰ!
কি যে বিতোপন আনন্দদায়িনী!
কেহুৱা লাৱণী মোৰ মানস প্ৰতিমা।
ব'লা গুচি যাওঁ ৰাজকবি।
পুৰি মাৰে সৌন্দৰ্য্যৰ অগনি শিখাই।
ৰ'ৱা ৰ'ৱা এখন্তেক,

আৰু এটি বাৰ—মাথোঁ এটি বাৰ
চাই লওঁ প্ৰাণভৰি
হেঁপাহেৰে মোৰ চিৰ মানস-প্ৰতিমা।
চাই লওঁ ভালদৰে মই
প্ৰাণাধিকা প্ৰেয়সীক মোৰ।
নিবিচাৰোঁ লক্ষ লক্ষ সোণৰ মোহৰ
নিবিচাৰোঁ আন একো মই।
পালোঁ আজি হাততেই সাধনাৰ ধন
চিৰ আকাঙ্ক্ষিতা মোৰ মানস-প্ৰতিমা
যাৰ বাবে আজি মই বাটৰ বলিয়া।
কবি !
আচৰিত সঙ্গীতৰ গুণ
আচৰিত বীণৰ প্ৰভাৱ।
ততোধিক আচৰিত
এই সুন্দৰ তোমাৰ দেশ।
হইছে জীৱন্ত মোৰ পাষাণ প্ৰতিমা।
১ঃ ভাঃ। একোৱেই নহয় প্ৰভাৱ
একমাত্ৰ মহিমা দেশৰ।
যি দেশৰ আকাশে-বতাহে
পখিলাৰ পাছে পাছে
মুখে মুখে লৰা-ভিৰোভাব
উৰি ফুৰে কবিতা-কুঁৱৰী

সি দেশৰ সঙ্গীতত
ইযে একো নোহে আচৰিত।

ঘন। ব'লা কবি!
চাই ললোঁ হেঁপাহেৰে মানস প্ৰতিমা।
আ-হা!—আ-হা!
কি সুন্দৰ! কি সুন্দৰ!

[ ঘনশ্যাম আৰু কবিৰ প্ৰস্থান। ]

—গীত—

সাদৰী। হৃদয়ৰঞ্জন সখী! হৃদয়ৰঞ্জন
দেখা পোৱা মাত্ৰে কাঢ়ি নিলে প্ৰাণ-মন।
প্ৰেম স্নিগ্ধ দুটি চকু
প্ৰণয়েৰে ভৰা বুকু
খেলে প্ৰীতি লুকাভাকু
কেনে বিমোহন!
নৱ সুৰে বাজে বীণা
মহা উছৱৰ দিনা
তেওঁৰে দাসী নিকিনা
সঁপিলোঁ জীৱন।

সেউতী। বাইদেউ!
হঠাতেই জুবি দিলা গীত
কি হ'ল তোমাৰ?

শেয়ালী। একো হোৱা নাই। ব'লা কাবেঙলে'
তাতে হ'ব যত কথা সবে আলোচনা।

[ সকলোৰে প্ৰস্থান। ]

---

# তৃতীয় দর্শন

## জয়সাগৰৰ পাৰ

[ এজাক গৰখীয়া লৰা। ]

১ম লৰা। এই পথাৰখন গুচিবৰ পৰা বৰ অসুবিধা হ'ল পাই। এই জেৰেঙা-পথাৰৰ বুকুত কত আম কঠাল জামুৰ শবাধ কৰিলোঁ। দেহি ঐ। সেইবোৰ কথা মনত পৰিলে মনত বৰ দুখ লাগে।

২য় লৰা। মই হ'লে বেয়া পোৱা নাই। বৰং অলপ-অচৰপ ভালহে পাইছোঁ। আছিল পথাৰ, হ'ল পুখুৰী। আগেয়ে খাইছিলোঁ আম কঠাল জামু, এতিয়া খাম বৌ ঘৰিয়া চিতল। ব'বিচোন সৌ মোৰ বৰশীটো খুটিছে।

[ পানীত নামি বৰশীত ধৰে। ]

৩য় লৰা। মাৰ, জোৰেৰে চিপ মাৰ। পুঙাটো একেবাৰে তললৈ নিছে।

২য় লৰা। ( বৰশী মাৰি এটা গৰৈ মাছ তুলি ) চাঐ! চা, কি

তেজাল ভিলবল্লকা গবৈ লাগিছে। নেলাগি পাবেনে? যিহে ববলব টোপ দিছিলোঁ।

৩য় লবা। মুগুণি আগপাছ লোভত মৰে বৰশীৰ মাছ।

১ম লবা। এতিয়া বৰশী তোল আৰু পেলাব নেলাগে। এসাজৰ হৈছে। সৌ যে দ'লৰ কাষত কঠালজোপা দেখিছ তাত কঠালে ভৰি আছে। মই নিমখ আনিছো। কেচা কঠাল খাওঁগৈহঁক ব'ল।

৩য় লবা। তইতো দেখিছোঁ কম নহয়। পিছে, সাদৰী আইদেউৰ কথা কিবা গম পাইছনে?

১ম লবা। কোন সাদৰী অ'?

২য় লবা। আমাৰ যে সেই বনকুঁৱৰী সাদৰী। ৰজাই যে বলেৰে লৈ গৈছে।

১ম লবা। অ' বুজিছোঁ। তেওঁক হেনো ৰজাই এতিয়াও ৰবাব পৰা নাই। ভাল ধৰ্ম্মিষ্ঠ ৰজা দেখিহে ইমান সইছে। নহলেনো কোন বাপেকৰ পুতেকে আগতে মলমলাই গোন্ধাই থকা গোলাপ এপাহ মুসুণ্ডাকৈ থাকিব পাবে? বৰ সহনশীল ৰজা পাই। আমাৰ নিচিনা এলাপেচা মানুহৰ হাতত পৰা হ'লে সাদৰীয়ে ইমান দিনে আদৰি লবলৈ বাধ্য হলহেঁতেন। কি বোল অ'?

২য় লবা। এৰা, তাৰ পিছত?

১ম লবা। তাৰ পিছত আৰু কি হব? সেই যে ভাটীৰ ধনিকৰটো—যি এই দ'ল আৰু পুখুৰী খানিছিল তাক

হেনো তেওঁ ভাল পাইছে। আৰু কিবা বোলেনে তাৰ লগত পেৰেমত পৰিছে। এইবোৰ বৰ গুপুত কথা দেই। কাকো নকবি একা—চুপ্ চাপ্।

৩য় লৰা। পিছে কথাটো বেয়া হ'ল নহয়। দেখিছোঁ ভাটীৰ বঙালে দেশখন তেনেই লুটিলে। আমাৰ দেশতনো ভাল খনিকৰ নোহোৱা হ'লনে ? বজাই যে এইবোৰ বঙাল-কঙাল আনি দেশখন ভৰাই পেলালে। শেহত গৈ কিবা বেয়াহে হ'ব। সেই বঙালে হ'লে অসমতে হাড় পেলাব লাগিব একা।

২য় লৰা। বেয়া হলেও হ'ব, ভাল হলেও হ'ব। বজাই পালেও সাদৰীক পাব। বঙালে পালেও পাব। যেয়ে পায় পাওক। বাহিৰা কথা ভাবি মূৰ ঘমালে কি হ'ব ? বাজিব লাগে টেমি কটাৰী, তই হাঁচতিখন বাজিছ কিয় ?

১ম লৰা। ঠিক কথা। ব'লহঁক এতিয়া ধান-বখা গীত এটিকে গাই গাই গৈ থাকোঁ।

সকলোৱে [ নাচি নাচি গীত গাই ]।

টোকোৰা এ, আমাৰ ধান নেখাবি, লোকৰ ধান খাবি।
আৰু বেলিলৈ কই দিম ডালত পৰি পৰি খাবি।
ডালডুল ভাঙি দিম তেলী তালই-যাবি॥
তেলীয়ে দিব তেল-খাৰণি, মালীয়ে দিব ফুল।
ঐ মালী ! ঐ মালী ! বাপেৰ ক'লই গ'ল ?
ৰবৰকৰাই মাতি নিলে কাঁহ কোবাই গ'ল।

কাঁহ কোবাওঁতে কাঁহ কোবাওঁতে পেটত লাগিল ভোক।
একে মুঠি আৰৈ চাউল ডেৰ শ লোক।
ডেৰ শ লোকে বোলে উবোঁ উবোঁ কৰে।
উবিব নোৱাৰি আঁচলত ধৰে।
আঁচলৰ জক্‌মক্ পতুমৰ চকা
ওলাই গৈ দেখিলোঁ গৰগঞা ডেকা।
গৰগঞা ডেকাই বোলে পালে মানুহ কাটে।
কাটিবলৈ পালে মানুহ দিনচেৰেক থাকে॥

[ গৰখীযাহঁতৰ প্ৰস্থান। হাতত একাঁজলি ফুললৈ ৰুদ্ৰসিংহ প্ৰৱেশ। ]

ৰুদ্ৰ ( পানীত ফুলবোৰ উটাই দি )

মাতৃদেৱী।
আছা তুমি স্বৰগত পৰম সুখেৰে।
দীনহীন পুতেৰাৰ ধূলিৰ ধেমালি
দয়া কৰি দয়াময়ী! চাবানে এবাৰ?
পতিৰ কাৰণে তুমি আত্ম-বলিদানে
চিৰকাল পৃথিৱীত হৈছা অমৰ।
পৱিত্ৰ তোমাৰ স্মৃতি, মানস পটত
দেখা পাব চিৰকাল জগত বাসীয়ে।
মাতৃদেৱী!
মই আজি অধম সন্তানে
ধূলি-ধেমালিৰ দৰে কেচুৱা লবাৰ

দিবলই অবুজন মনক প্ৰবোধ
কৰিব তোমাৰ স্মৃতি যাউতিযুগীয়া
বৃথাতে কৰিছোঁ চেষ্টা।
অবোধ পুত্ৰৰ
দেখি এই মুৰ্খালিৰ কাম
নেহাঁহিবা তুমি আই
হাঁহক জগতে।
হাঁহি হাঁহি এই স্থান এই জেৰেঙাতে
পিশাচৰ শতেক যন্ত্ৰণা,
অকাতৰে কৰিছিলা জয়,
একমাত্ৰ স্বামী গুৰু মহামন্ত্ৰ জঁপি।
এয়ে মোৰ আজি
পৃথিৱীত একমাত্ৰ মহাতীৰ্থ স্থান।

[ ঘনশ্যামৰ প্ৰবেশ। ]

ঘন। কেৱল তোমাৰে বজা
নোহে এই পুণ্য তীৰ্থভূমি।
মহাতীৰ্থ এই স্থান
প্ৰতি জন অসমবাসীৰ
ভাৰতবাসীৰ—পৃথিৱীবাসীৰ
বিদেশী যদিও মই
শুনিলো যেতিয়া আহি পৱিত্ৰ কাহিনী

ৰজাৰ আদেশ পালোঁ—পুণ্য শুক্ল ভাব
নতশিৰে ললোঁ মূৰ পাতি।
তাতে মোৰ পৰম গৌৰৱ।

[ ৰাজকবি আৰু গৰখীয়া লৰাহঁতৰ প্ৰৱেশ। ]

কবি। স্বৰ্গদেও! সতীৰ বন্দনা গীতি
শুনিবনে গাওঁ এই অমৰ তীৰ্থত।

ৰুদ্ৰ। গোৱা কবি! নিশ্চয় শুনিম।

কবি। মই শিকোৱাৰ দৰে
গাবি দেই লৰাহঁত।

[ কবি আৰু লৰা বিলাকে গায়। ]

—গীত—

জেৰেঙা পথাৰ! জেৰেঙা পথাৰ!
সমাধি-তীৰ্থ সতী জয়াৰ—
—মলিন মৌন অন্ধকাৰ!!
বহল বিশাল পাব ঐ—
বহল বিশাল পাব!
জেৰেঙা পথাৰ!
কিহেৰে ৰুধিবি অশ্ৰু-গঙ্গা
কিহেৰে জুৰাবি অন্তৰ্দ্দাহ?
নিৰ্য্যাতিতা অবলাৰ তপ্ত ৰুধিৰ ধাৰ
শোকাচ্ছন্ন দিক-দিগন্তৰ গভীৰ ৰুদ্ধ শ্বাস!

কিহেবে ঘুমাবি তুই
কলঙ্ক পেলাবি ধুই
মচিবি ইতিহাস ?
ভুঞ্জি যাতনা জীয়াতু ক্লেশ
উপজিল দেৱী তিয়াগি দেহ
মৰণৰে পৰা উঠে অমৰা
জিলিকাই ইতিহাস
বীৰাঙ্গনাৰ বিজয়-শয্যা
মূৰ্ত্ত মহিমাধাৰ—
জেৰেঙা জাতিস্কাৰ !!

ৰুদ্ৰ। শুনি মই অতি তৃপ্ত হলোঁ।
অতিকে সুন্দৰ এই অমৰ সঙ্গীত।

কবি। সেৱাহে জনালো তেনে।

ৰুদ্ৰ। আপেক্ষিবা কাৰেঙৰ দুৱাৰমুখত
ল'বাইঁতে পাব পুৰস্কাৰ।

কবি। যিবা আদেশ। [ সকলোৰে প্ৰস্থান। ]

ৰুদ্ৰ। খনিকৰ!
যিলাগে সকলো পাবা খাটনিৰ বেচ ?

ধন। স্বৰ্গদেউ! পাইছোঁ যথেষ্ট বেচ।
নিবিচাৰোঁ বেছি একো আৰু।

ৰুদ্ৰ। হইছে এতিয়া মোৰ সভাৰ সময়
যোৱা যদি আঁহা তেনে মোৰ লগতেই। [ প্ৰস্থান। ]

ঘন। কি লাগিছে আৰু মোক খাটনিৰ যেচ
পাইছোঁ যেতিয়া মোৰ মানস-প্ৰতিমা।
হেঁপাহেৰে চকুভৰি স্বৰ্গৰ জেউতি
চাইছোঁ—কেৱল চাইছোঁ।
ধন্য মই, ধন্যা মোৰ মানস-প্ৰতিমা।

[ প্ৰস্থান। ]

---

## চতুৰ্থ দৰ্শন

### ৰাজ-অন্তেষপুৰ

[ ধিংৰাম আৰু ৰংদৈ। ]

ধিং। হঁয়েৰা ৰংদৈ! তয়ো মোক তাইহঁতে ৰজাক চলাৰ নিচিনাকৈ চলিব খুজিছ হোঁ? মই ৰজা নহওঁ একা। বিয়াত বহিম, বহিমকৈ কল দেখুৱাই ভুককাই আছ। কেৱল বহিম, বহিম, বহিম। নবহিম একেবাৰে নাই। কিন্তু বহিবি কাহানিকৈ? মোৰ নিচিনা মতা এটা পালে থিয়ৈ থিয়ৈ স্বৰ্গলৈ যাব পাৰিবি সেই কথা হবলা বুজি পোৱা নাই?

ৰংদৈ। এটাহেনে? তোৰ নিচিনা ছালচিগা খাবলৈ নোপোৱা কেলেহুৱা ডেকা গণ্ডাই গণ্ডাই আহি শ্ৰীমতী ৰংদৈৰ ভৰিৰ তলুৱাৰ ছাল চিগিব লগা কৰিছে।

ধিৎ। হয়নে অ' কেচা সোণ? কচোন বাৰু, কাবনো ইমান সাহ হৈছে। মোৰ বস্তুৰ ফালেও চকু দিয়েনে?

বংদৈ। তই জানো মোৰ পিঠিত তোৰ বুলি চাব মাৰি থৈছ? সেইটো মোৰ ইচ্ছাৰ কথা। যেতিয়া যালৈকে মন যায় তেতিয়াই তাকে মোৰ ভৰি মোহাৰিব দিব পাৰোঁ।

ধিৎ। পাৰিবাতো মইনা! নোৱাৰিবা কেলেই? বংদৈ! কোৱাচোন মোৰ মিঠা-দৈ! মোৰে শপত, তুমি মনে মনে কোনোবা খেকাৰখোৱাৰ কাষলৈ যোৱা-অহা কৰা নেকি?

বংদৈ। তোক সেইবোৰ কথা কিয়? মই আগেয়ে নকৈছিলোনে যে মই ইচ্ছামতে যাৰে তাৰে লগত ফুৰ্টি কৰিম। তই তাত চকু দিব নোৱাৰিবি! বজাৰ পৰা প্ৰজালৈ সকলোকে মই বান্দৰ নচুৱাদি নচুৱাব পাৰোঁ। কেতিয়াবা হাতত পালে সুবিধা এৰি দিম কিয়? তই যদি মোলৈ আশা পালিছ তেন্তে মোৰ কথামতে কাম কৰ। সৌ ফুটা কপালখন লৈ মোৰ লগত ঘৰ কৰিব খোজা আশা এৰ। অন্তত: তই মোক দিব লাগিব—ডুযোৰ সোণৰ মুঠি-খাৰু, জোনবিৰি আৰু হুগ্রুগীৱ সৈতে ছুধাৰ মণি। এযোৰ বাখৰামি কেৰু চিতিপাতি, দহোটা আঙুলিৰ কাৰণে আঠোটা আঙঠি আৰু কপোৰকানি আছেই। যদি এইখিনি বস্তু দিব পাৰ আজিয়েই মই তোৰ লগত ফুলশয্যাত বাগৰ দিব পাৰো, বুইছতো?

ধিৎ। বুজিছোঁ। মোৰ চৈধ্য পুৰুষে ইমান বস্তুৰ নাম শুনানাকৈ মৰি গ'ল। মই হাতত চিপৰাং লৈ মাজনিশা বাহিৰ ওলালেহে হ'ব। তোৰ নিচিনা ভেৰেহীমুখী ফেপেন্দী এজনীক পাবলৈকে ইমানখিনিনে? দায় নোহোৱা দেৱলীয়া, তিৰী নোহোৱা কেৱলীয়া হোৱাই ভাল। যা গুচি। মোৰ আগত আহি আজিৰ পৰা লচপচকৈ পেখন ধৰি নুফুৰিবি।

ৰংদৈ। [গীত গায়]

"বিয়নী অ' বিয়নী! তোনাৰ ল'ৰা কেইটা?"
"ছুটা!"
"কি খুৱাই তুলিলা?"
"নাকৰ খেকেক পকা ডিমক।"
"বিয়নী অ' বিয়নী! তোমাৰ কি হেৰাল?"
"পিতলৰ টৌ।"
"মোৰ হেৰাল ভাতত দিয়া ঔ।"
জানো বেটী বিয়নী
চুলি ডালি ডালি কৰোঁ।"
"খচ্ খচ্ কৰে কাটিছা গুৱা
তুমিনো আমাৰ কোন হোৱা?"
"উজনিৰ পানী লামনি বয়
বাপেৰৰ মাৰ বুঢ়ীমাৰ মই।"

হতচিৰি হোৱা! ইমানৰহে বৰ মন্তাটো ভেও। চিনিলো নহয়। বস্তুৰ নাম শুনিয়েই গাত জ্বৰ উঠিল। তোৰ নিচিনা ছালচিগা তিৰোতাক পুহিব নোৱাৰা মতাই বিয়া কৰাবলৈ হাবাথুৰি খাই ফুৰে কিয়? বিয়া মানে কি দিল্লীকা লাড্ডু?

খিং। দিল্লীকা লাড্ডু মই দেখাই নাই। কিন্তু ভাটীৰ ফালৰ মতিচুৰৰ লাড্ডু বুলি এবিধ বৰ সোৱাদ লাড্ডু খাইছোঁ। বিয়া বস্তুটো তাতকৈয়ো বেছি সোৱাদ।

ৰংদৈ। হয়নে? চাওঁ কাণখন। আগেয়ে কৰ্ণমৰ্দ্দন, তাৰ পিছে বিবাহ-বন্ধন। (কাণত ধৰে।)

খিং। কৰ কি? কৰ কি? এৰি দে, এৰি দে। বৰ দুখ পাইছোঁ।

ৰংদৈ। এৰিবলৈ ধৰিছোঁনে? কেনে? বিয়া সোৱাদনে?

খিং। এৰ, এৰ। মই তোৰ গিয়িয়েৰ। হাত এৰ।

ৰংদৈ। নেৰোঁ নেৰোঁ। মই তোৰ ঘৈণীয়েৰ।

খিং। (চিঞৰি) কোন আছ? চাহিহঁক ঐ, চাহিহঁক।

[প্ৰেমানন্দ আহে।]

প্ৰেম। কি হৈছে? তাক কেলৈ কাণত ধৰিছা? এৰি দিয়া।

খিং। দেউতা! ভাল সময়ত ওলালহি। চাওকচোন এই ডাংকাটী তিৰোতাজনীলৈ। মই তাইৰ গিৰিয়েক হওঁ। তাই মোৰ কাণত ধৰিব পায়নে? দেউতাই বিচাৰ কৰক।

প্ৰেম। ঘটনাটো কি ? মোক আগগুৰি ভাঙি ক।

ধিৎ। নিচেই সামান্য ঘটনা দেউতা। তাইৰ গাত ৰূপ যৌৱন আছে। তাতে তাইৰ ইমান অহঙ্কাৰ।

প্ৰেম। এৰা, যুবতী তিৰোতাৰ অহঙ্কাৰ স্বাভাৱিক। কিন্তু বুজিছানে যুৱতী! কবিক মানুহে বুঢ়া হলেও আদৰ কৰে কাৰণ তেওঁৰ কবিতাৰ মূল্য সদায় একেদৰে থাকে। ধৰ্ম্ম প্ৰচাৰকসকলক মানুহে বুঢ়া হলেও ভক্তি কৰে কাৰণ তেওঁৰ ধৰ্ম্মোপদেশ শুনি সদায় মানুহ মুগ্ধ হ'ব পাৰে। কিন্তু তিৰোতাক পুৰুষে যৌৱন কালতহে ভাল পায়। বুঢ়া তিৰোতাক তাইৰ যৌৱনৰ কথা শুনি কোঁৱে ভাল নেপায়। সেই কাৰণে যৌৱন লৈ অহঙ্কাৰ নকৰিবা

ধিৎ। ঠিক দেউতা, ঠিক।

ৰংদৈ। তোৰ মুখত মই গোঁসানীয়েৰে পেলাওঁ পিক্। ৰ, হুয়োজন।

[ ভিতৰলৈ যায়। ]

ধিৎ। দেউতা! তাই মোক দুখীয়া দেখি বৰ ঘিণ কৰে। ময়ো আজি আপোনাৰ ভৰিত ধৰি শপত খালোঁ। যি পৰ্য্যন্ত মই ৰজা নহওঁ সেই পৰ্য্যন্ত তাইক বিয়া নকৰাওঁ।

প্ৰেম। কি ৰজা হ'বা ?

ধিৎ। হমেই হম। এদিনলৈ হওক, এখন্তেকলৈ হওক নিশ্চয় মই ৰজা হম। তাই যাতে ছালচিগা ভিকহু বুলি মস্কৰা

কৰিব নোৱাৰে।

[ ভিতৰৰ পৰা এচৰীয়া পানী আনি বংদৈয়ে দুইজনৰে মূৰত ঢালি দিয়ে। ]

প্রেম। কি হাৰামজাদী তিৰোতো! মূৰত কি ঢালিলি?

[ প্রস্থান। ]

ধিৎ। গেলাপানী দেউতা! গাইপতি একোচৰীয়া গেলাপানী।

বংদৈ। দেউতাৰ মূৰত গোলাপ-জল ঢালিছোঁ। আৰু তই হুতচিৰি হোৱাৰ মূৰত বাপেৰৰ মাৰ বুঢ়ীমাৰ মোৰ—। দুই জনৰ মূৰ গৰম হৈছে। তাৰে শান্তি।

ধিৎ। যি কৰিলি, কৰিলি, কাকো নকবি দেই মোৰ সোণ!

—ঃ ঐক্যতান ঃ—

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

### সাদৰীৰ কাৰেঙৰ সম্মুখ

[ ঘনশ্যাম খনিকৰ আহে। ]

ঘন। সুন্দৰ অসম দেশ !
গছ-লতা গিৰি-গুহা পৰ্ব্বত নিজৰা,
সকলোটি সুন্দৰ ইয়াৰ !
প্ৰকৃতিৰ কাম্যভূমি মনোহৰ দেশ।
যিদিনাই আহিছ মই
দিলোঁ ভৰি এই কাননত,
পাহৰিলোঁ আপোনাৰ জন্মভূমিলই।
ইচ্ছা হয় ইয়াতেই কটাও জীৱন।
ইচ্ছা কিয় ?
প্ৰকৃততে ইয়াতেই মই
আদৰিম সুখৰ মৰণ।
যি দেশত আছে মোৰ মানস-প্ৰতিমা-
সহজতে যাম কিয় সেই দেশ এৰি।
প্ৰাণ যাব—যাক ক্ষুদ্ৰ প্ৰাণ
তালই নকৰোঁ ভয়।

নোহে আৰু ঘনশ্যাম ভাটীৰ বণ্ডাল।
কাম্যভূমি এই অসমেই
মাতৃভূমি তাৰ।
আহা—আ সঙ্গীত!
সঙ্গীতৰ ৰুমুজুমু নূপুৰৰ ধ্বনি
ধীৰে ধীৰে আহি মোৰ প্ৰৱেশি কাণত
ঢালি দিলে অমৃতৰ ধাৰা।
কোনে গায়? [ মাটিত বহি গীত শুনে। ]

[ কাৰেঙৰ ভিতৰত সাদৰীয়ে গায় ]

—ঃ গীত ঃ—

যৌৱন জাগিছে আজি হৃদি-বীণা উঠে বাজি
আঁহাহে লোৱাহি প্ৰিয় হিয়াখনি দান।
প্ৰণয় পদুম-কলি কিয়বা উঠিলে ফুলি
দিলোঁ সঁপি অবলা পৰাণ!
হিয়া সৰসীত মোৰ আনন্দ লহৰ
ধীৰে ধীৰে খেলা খেলি হায়
তোমাৰেই দাসী হলোঁ যুৱতী ধৰম দিলোঁ
দুয়ো মিলি তোলোঁ প্ৰেমবান্।
আঁহাহে আঁহাহে নিয়াহে নিয়াহে
উলাহেৰে লোৱাহে দান—
তুমি মুক্তি গতি সাৰ তুমি পতি বালিকাৰ
প্ৰণমো সহস্ৰবাৰ পৰাণৰো প্ৰাণ ॥

ঘন। অস্ত হ'ল মধুৰ সঙ্গীত
স্থললিত অপ্সৰা কণ্ঠৰ
কাঢ়ি নিলে মন-প্ৰাণ মোৰ।

—: গীত :—

আহা কি শুৱনি প্ৰাণ-বিমোহিনী
জেউতি প্ৰিয়াৰে অ'ই—
হৰিণ চকুযুৰি চাওঁতেই ৰ লাগি
হৃদয় পাষাণ হয়।

প্ৰণয়-পাশেৰে হিয়া নেবান্ধিবা
বিৰহে দহিব প্ৰাণ—
আশাৰ পুলিটি ডুপাতী হওঁতে
( হেৰ লুতুৰা ) ভাগি হ'ব থান্‌বান্‌।

[ খিৰিকিমুখত মেলা চুলিৰে সাদৰী থিয় হয। ]

ঘন। ইকি! কোন তেওঁ খিৰিকী মুখত!
মেলা-চুলি, মিচিকিয়া হাঁহি,
দিব্য-চকু মধুৰ কটাক্ষ,
সেন্দূৰীয়া গাল
আধাফুলা গোলাপৰ দৰে?
কোন তেওঁ?
মৰ্ত্ত্যৰ মানৱী কিম্বা স্বৰ্গৰ অপ্সৰা?

আহা-আ ! আহা-আ !
কি সুন্দৰ ! কি সুন্দৰ !
কি দেখিলোঁ ?
সঁচা যদি হয় মোৰ দৃষ্টি নয়নৰ
তেন্তে, তেন্তে
তেৱেঁ মোৰ মানস প্ৰতিমা ।

[ সাদৰীৰ অন্তৰ্দ্ধান ।

ইকি—খন্তেকতে হ'ল অন্তৰ্দ্ধান !
পানীৰ ভুমুক যেন,
মেঘৰ কাষৰ এটি তৰাৰ নিচিনা
দেখা দি এবাৰ মোক
ভুৱা দি আঁতৰি গ'লা ।
ইচ্ছামতে পলুৱাই মনৰ হেঁপাহ
নেপালোঁ কৰিব মই ৰূপ-সুধা পান ।
মানস-প্ৰতিমা মোৰ ! মানস-প্ৰতিমা !
দুৰাকাঙ্ক্ষা নাই মোৰ ক্ষুদ্ৰ অন্তৰত
হাবিয়াস নাই মোৰ লভিব তোমাক
কৰিবলৈ বুকুত ধাৰণ ।
তুমি প্ৰিয়তমে !
আকাশৰ পুৱতীয়া তৰা ।
মই ক্ষুদ্ৰ সামান্য মানৱ ।
চাম মাথোঁ একোবাৰ

চকুভৰি জেউতি তোমাৰ।
তাতে মোৰ সুখ শান্তি,
তাতে মোৰ অপাৰ আনন্দ।
প্ৰিয়তমা মানস প্ৰতিমা!
দেখা দি লুকালা কিয়?
দুৰ্ভগীয়া মই
দেখা দিয়া আৰু এটি বাৰ।

[ পৰি যায়। ৰাজকবি আহে।]

ৰাঃ ক। কিহে খনিকৰ!
পৰি আছা কিয় তুমি
এই দৰে বন্ধ কৰি সোকৰ নঙলা?
উঠা, স্বৰ্গদেৱে কৰিছে আদেশ
আছে হেনো প্ৰয়োজন তোমাৰ লগত
যাব লাগে ৰাজসভালই।

ঘন। বুজিছোঁ কাৰণ তাৰ।
কবি! তুমি মোৰ
বিদেশত একমাত্ৰ প্ৰাণৰ কুটুম।
জানাই নহয় ভাই, কেনেকই মই
মুগ্ধ হলোঁ পাই এই দেশ।
উলটি ইয়াৰ পৰা যাম বুলি আৰু
অহা নাই আলচি মনত।
কিন্তু হায় স্বৰ্গদেৱে কৰিলে আদেশ

যাৰ লাগে দেশলৈ' উলটি !
বুজিছানে হেতু তাৰ ?
ভালপাওঁ মই মোৰ মানস প্ৰতিমা
এয়েই কাৰণ।
তাৰ পিছে ৰাজআজ্ঞা শিৰোধাৰ্য্য মানি,
পালোঁগই গুৱাহাটী,
কিন্তু, চলিলোঁ। ৰজাক।
বাট-ঘাট-পথ
সকলোকে দি অসমৰ মানচিত্ৰ
আকিলোঁ। এখনি মই।
ওপৰত তাৰ
পাটছাৰ শিৰোনামা লিখি
পোৱালোঁ। ৰজাৰ হাত।
সেই মুহূৰ্ত্ততে
পুনৰ ৰজাই মোক ষৰষন্ত্ৰী ভাবি
মাতি পাঠিয়ালে এই ৰঙ্‌পুৰলই'।
বোধকৰোঁ হ'ব আজি তাৰেই বিচাৰ
হয় হব প্ৰাণদণ্ড নকৰোঁ আক্ষেপ।
যি দেশত আছে মোৰ মানস প্ৰতিমা
সি দেশত মৰণো সুন্দৰ।
ব'লা কবি ! [ দুয়োৰো প্ৰস্থান। ]

## দ্বিতীয় দৰ্শন

### ঠাই—ৰজাৰ মেলচৰা

[ সিংহাসনত ৰুদ্ৰসিংহ। কাষত বুঢ়াগোহাঞী। ]

ৰুদ্ৰ। ডাঙৰীয়া! বাকী কত দিন আৰু
ইচ্ছা মোৰ পূৰ্ণ হ'বলই ?
হইছেনে সাজু এক
সুশিক্ষিত বিপুল বাহিনী ?

বুঃ গোঃ। স্বৰ্গদেউ!
আপেক্ষা কৰক মাথোঁ আৰু কিছুকাল!
দেখুৱাম ইচ্ছা তব পূৰিবৰ হেতু
কিবা দৰে কৰিছোঁ যতন।
ভুকুতে নপকে কল সাৰ গৰ্ভকথা
আমিও সিদৰে
অন্যথা কৰাটো তাৰ সাধ্যৰ অতীত।
বঙ্গদেশ জয় কৰি
কৰা তাক অসমৰ কৰ-তলতীয়া
নহয় সহজ কাম।
কিন্তু যত্ন লাগে,
যত্ন হলে অৱশ্যেই সিদ্ধি সাধনাৰ।

কদ্ৰ। ঠিক ডাঙৰীয়া!
দিছে মোক উপদেশ যুক্তিপূৰ্ণ অতি।
চিন্তা নাই—লাগক সময়
নকৰিলে অৱহেলা কৰ্ত্তব্যৰ প্ৰতি।
তীৰ্থস্থান শূন্য আন দেশ
কিন্তু হ'লে অসমত তীৰ্থ ঘৰে ঘৰে।
পৱিত্ৰ সলিলা গঙ্গা
ইদেশেৰে বোৱা নাই মাথোঁ।
সেই হেতু যেনে তেনে কৰি বঙ্গজয়
পৱিত্ৰ গঙ্গাৰ ধাৰ
বোৱাব লাগিব মোৰ ৰাজ্যৰ মাজেদি।
এয়ে মোৰ মহা হাবিয়াস।
মহৎ সঙ্কল্প মোৰ
পৰিণত কৰিব কাৰ্য্যত
নকৰে যত্নৰ যেন ক্ৰুটি ডাঙৰীয়া
এয়ে মোৰ অনুৰোধ।
বুঃ গোঃ। স্বৰ্গদেউ!
সেই বাবে নকৰিব চিন্তা অন্তৰত।
হয় যদি ঈশ্বৰ সহায়
ক্ষুদ্ৰ সেই কৰ্ম্ম সমাধিব
লাগিছেনো কিমান পলম?
কদ্ৰ। ভাব পিছে ভাবি চক—

দেশদ্ৰোহী সেই মহা পাতকীৰ কথা।
অজকাল অসমৰ থাকি সি চুকত
কামুৰিব খুজিছে বুকত।
ভাগ্যগুণে ষৰযন্ত্ৰ হইছে বিফল।
আৰু আছে সেই পাষণ্ডৰ
গোপনীয় বহু অপৰাধ
কিন্তু, এৰিলেও সিবোৰ এতিয়া
ৰাজদ্ৰোহ যিবা তাৰ হইছে প্ৰমাণ
প্ৰাণদণ্ড এক মাথোঁ
শাস্তি তাৰ সেই পাতকৰ।
কি কয় আপুনি ডাঙৰীয়া ?

বুঃ গোঃ এৰা স্বৰ্গদেউ!
প্ৰাণদণ্ড এক মাথোঁ শাস্তি পাতকৰ।
কিন্তু তেও বধোঁ যদি বিদেশী এজন
নিন্দিব জগতে মোক
অসমৰ ৰাজমন্ত্ৰী কাপুৰুষ বুলি।
সেই হেতু মিঠামুখে
বুধিৰ বলেৰে তাক সংহাৰ কৰিলে
সহজতে লভিব সি
প্ৰায়শ্চিত্ত মহা পাতকৰ।
ফাঁচী ৰবশীত দিব
প্ৰয়োজন নহব আমাৰ।

ৰুদ্ৰ। কেনে ডাঙৰীয়া ?

বুঃ গোঃ। কৰে যদি আদেশ আপুনি
নগা আৰু অসমৰ সীমান্তত সেই
আছে যি পৰ্ব্বত এটা
সাদিনত যেন তাক কাটি-কুটি সি
কৰি দিয়ে মাটিৰে সমান তেন্তে—

ৰুদ্ৰ। মনুষ্যৰ অসম্ভৱ কাম।
অসম্মতি কৰিলে প্ৰকাশ ?

বুঃ গোঃ। জানো মই তাৰ পৰকিতি
কদাপিতো অসম্মতি নকৰে প্ৰকাশ।
সময়ৰ মূৰত আপুনি
নোৱাৰি কৰিব সেই কাৰ্য্য সমাপন
লাজে-ভয়ে হব আত্মঘাতী।
সৌৱা, আহিব লাগিছে সি
এতিয়াই কৰক আদেশ।

[ ৰাজকবি আৰু ঘনশ্যামৰ প্ৰৱেশ। ]

—গীত—

ৰাজকবি।

আজি জীৰ্ণ জীৱনে গাব কি বীণে
এই মোৰ দিবা অৱসান বেলা হে
দেহা অৱশেষ বেহাও যে শেষ
আহিছে এন্ধাৰ শেষ খেলা হে।

প্ৰাণৰ পোৰণি অপায় অগনি
নোৱাৰি সহিব টোকোঁ চকুপানী
এটি ছুটি কৰি গ'ল সৰে এৰি
এন্ধাৰতে সৰে লুকালে হে।
ময়েহে কেৱল শ্মশানত এই
গাইছোঁ অকলে নিকৰুণ সুৰ
পানীৰ লহৰ পানীত যিদৰে
সিদৰেই ময়ো যে লুকামে হে।

বুঃ গোঃ। কবি! সামৰা তোমাৰ গীত।

কবি। সোণকালে—চিৰকাললই
সামৰিম গীত মোৰ।
গাইছোঁ কষ্টেৰে আজি মৰণ-সন্ধিয়া
যাওঁ স্বৰ্গদেউ! গাওঁগই গীত মই
নিজে ৰচি নিজৰ শ্মশান। [ প্ৰস্থান। ]

ৰুদ্ৰ। খনিকৰ!

ঘন। স্বৰ্গদেউ!

ৰুদ্ৰ। সমৰ্পিব খুজিছোঁ তোমাক
আজি এটি গুৰু কৰ্ম্ম-ভাৰ।

ঘন। আদেশ কৰক।

ৰুদ্ৰ। অতি টান কাম।

ঘন। যিমানেই হক টান কাম,

তালৈই নকৰোঁ ভয়।
টান কাম, টান কাম লাগে মোক
ঢিলা কাম হলে মই নোৱাৰোঁ কৰিব।
কামলৈই ভয় কৰি শিল্পী ঘনশ্যামে
শিকা নাই হবলৈই কৰ্ত্তব্য-বিমুখ।
টান কাম, টান কাম, অতি টান কাম
আনে যাক কেতিয়াও নোৱাৰে কৰিব
আছে যদি তেনে কাম আদেশ কৰক
অচিৰে কৰিম মই।

ৰুদ্ৰ। নগা আৰু অসম দেশৰ
সীমান্তত আছে এটা দুৰ্জ্জয় পৰ্ব্বত।
সাদিনত তুমি তাক কাটি-কুটি ভাঙি
কৰি দিব লাগে মোক মাটিৰে সমান।
পাৰিবানে তুমি?

ঘন। নিশ্চয় পাৰিম। নিশ্চয় পাৰিম।
যাওঁ মই বিদায় এতিয়া।
সাদিনৰ শেষ হলে
কাৰ্য্য শেষ কৰি—হ'ম আহি উপস্থিত।

[ প্ৰস্থান। ]

ৰুদ্ৰ। কি আশ্চৰ্য্য! কি আশ্চৰ্য্য!
দেৱৰ অসাধ্য কাম
সামান্য মানুহ হই

সমাধিব কৰিছে সাহস।

বুঃ গোঃ। কাল তাৰ আহে চমূ চাপি
নহলে ফিতাহি মাৰি
কদাপিতো এই দৰে আগবাঢ়ি গই
লুইতক ভেটা দিব নকৰে সাহস।

ৰুদ্ৰ। দেখা যাওক।

---

## তৃতীয় দৰ্শন

### নগা পৰ্ব্বত

[ নগা ৰজা আৰু বন্দী ঘনশ্যাম।]

ঘন। নগাৰজা! মোক কি কাৰণে বান্ধি আনিছা?

নঃ ৰজা। বাঃ! তইতো কম দুষ্ট নাই আছ। মোক হেইদৰে কথা সুধিছ? মই নাগাৰাজা আছোঁ। মই যি ইচ্ছা তাকে কৰিব পাৰো। মই তোক হেই দৰে বান্ধি পৰ্ব্বতৰ ওপৰলৈ লৈ নিম। তাৰ পিছে তোক তাৰ পৰা পেলাই দিম, তই মৰিবি। মই মজা দেকিম। ফুৰ্টি কৰিম। তাধৈ তাধৈ কৰি নাচিম। এতিয়া মোৰ কথা তই জানিছ কি নাই জানিছ?

ঘন। মইতো তোমালোকৰ কোনো অপৰাধ কৰা নাই। কিয় মোক অন্ৰাবতে শাস্তি বিহিবা ?

নঃ ৰজা। তই মিছা কথা কইছ। থুই থুই। মিছা কথা কব তোৰ লাজ নাই লাগে ? মই নাগা আছোঁ। আমাক তইঁতৰ ভৈয়ামৰ মানুহে অসভ্য বোলে—নাংটা বুলি ঠাট্টা কৰে। আমিতো এই দৰে মিছা কথা নাকয়। যি মিছা কথা কয় আমি তাক ঘিণ কৰে। আমি তাৰ মুখত থুই পেলায়। তই কি অপৰাধ নাই কৰিছ ? তই আমাক নাই কই পৰ্ব্বতটো কাটি দিছে কিয় ?

ঘন। মই একো দোষৰ কাম কৰা নাই। অহম ৰজাই হুকুম কৰিছে মই তাক পালন কৰিছো—কথা এই মাত্ৰ।

নঃ ৰজা। অহম ৰাজা হুকুম কৰে যে হি কোন আছে ? মই তাক নাই মানিম। এইটো আমাৰ পৰ্ব্বত আছে। হি হেই পৰ্ব্বত কি বুলি কাটিব দিব ?

ঘন। মই সেইবোৰ কথা একো নেজানো। মই জানো হুকুম —অহম ৰজাৰ হুকুম।

নঃ ৰজা। বাৰ বাৰ এক কথা কৈছে ? অহম ৰজাৰ হুকুম তই মানিবি আৰু আমাৰ হুকুম নাই মানিবি ? অহম ৰাজা কি ৰাজা আছে আৰু মই নাগা ৰাজা কি ৰাজা নাই আছে ?

ঘন। কিয় তুমি ৰজা নহবা ? তুমিও এজন ৰজা।

নঃ ৰজা। তেন্তে তই অহম ৰাজাৰ হুকুম মানিছে আৰু মই নাগা ৰাজাৰ হুকুম নাই মানিছে কিয় ?

ঘন। কিয় নেমানিম ? যদি যুক্তিসঙ্গত হুকুম কৰা তেন্তে মই নিশ্চয় মানিম।

নঃ ৰজা। আৰু যদি অযুক্তিহঙ্গত হুকুম কৰে তেন্তে তই নাই মানিবি ? মই দেখিছো তোৰ ভাৰি গৰ্ব্ব আছে। তই ভাবিছে মই নাগা ৰাজা কি হুকুম কৰিব পাৰে ? তই জানিছ মই নাগা ৰাজা নামত ৰাজা আছে। ক মই যি হুকুম কৰে তই মানিবি কি নাই মানিবি ?

ঘন। যদি বেয়া হুকুম হয় তেন্তে নামানো আৰু যদি ভাল হয় তেন্তে মানিম এই কথা।

নঃ ৰজা। মই বেয়া হুকুম কৰিম আৰু যদি তাক তই মানিব পাৰে মই তোক এৰি দিম। জান্ নাই মাৰিম।

ঘন। মই প্ৰাণলৈ ভয় নকৰোঁ। মোৰ জগত প্ৰাণ কিনা বেচা হব নোৱাৰে নগা ৰজা ! তোমাৰ 'খুচি' হলে মোক মাৰি পেলাব পাৰা। সেই বুলি প্ৰাণৰ ভয়ত মোৰ উচ্চ শিৰ কেতিয়াও অৱনত নহয়।

নঃ ৰজা। তোৰ বেচ হাহস আছে। মই তোকে বক্তি কৰিছে। তই এতিয়া যাব পাৰে—অহম ৰজাৰ হুকুম মানিব পাৰে। মই কোনো বাধা নিদিম।

ঘন। তেন্তে মই মুক্ত বজা ?

নঃ ৰজা। হঁ তই মুক্ত। মই তোক এৰি দিম ৰ।

ঘন। তুমি এৰি দিব নেলাগে। চোৱা বেহাৰীৰ বল চোৱা।

( একে আজোৰতে হাতৰ শিকলি ছিঙি )

বিদায় ৰজা! ঈশ্বৰে তোমাক সুখী কৰক।

নঃ ৰজা। ৰ। ভাইসব! ( নগাবোৰ সোমাই আহে। )

নগাবোৰ। ৰাজা! ৰাজা!

( নগাবোৰে ঘনশ্যামক আগুৰি নাচে। )

---

# চতুৰ্থ দৰ্শন

## ৰজাৰ মন্ত্ৰণা-চ'ৰা

[ ৰজা আৰু বুঢ়াগোহাই। ]

বুঃ গো। আচৰিত কথা স্বৰ্গদেউ!
আচৰিত বঙালৰ সকলো কামেই।
আমি কোৱামতে ডাক
দুৰ্জ্জয় পৰ্ব্বত কাটি
সমভূমি কৰিলে নিৰ্ম্মাণ।

ৰজা। কি হব উপায় তেন্তে কোৱা ডাঙৰীয়া,
কিবা দবে আঁতৰাও যম কাল মোৰ?

সাদৰীয়ে ভাল পায় তাক
সি যে মোৰ প্ৰতিদন্দ্বী প্ৰণয় পথৰ !
ডাঙৰীয়া ! কোৱা মোক দিয়া যুক্তি তুমি
কিবা দৰে বধ কৰোঁ তাক ?

বুঃ গোঃ । এটি মাথোঁ উপায় হাতত ।

ৰুদ্ৰ । কি উপায় কোৱা সোণকালে ।

বুঃ গোঃ । দিয়া যদি হয় তাক
সাদৰীৰ বিয়োগ বাতৰি
নেথাকিব জীয়াই কদাপি
জানিছো ধ্ৰুৱ মই ।

ৰজা । কাৰ দ্বাৰা হব সেই কাম
কোনে বাৰু কবগই মিছা কথা তাক ?

বুঃ গোঃ । যাকে কৰে আজ্ঞা স্বৰ্গদেৱে ।

ৰজা । তথাপি ?

বুঃ গোঃ । ৰাজকবি উপযুক্ত জন ।

ৰজা । ৰাজকবি ধৰ্ম্মভীৰু অতি
কিবা দৰে মই বাৰু কৰিম আদেশ ?

বুঃ গোঃ । মিছাকৈয়ে কুঁৱৰীৰ মৰণ বাতৰি
ৰাজ্য জুৰি কৰক প্ৰচাৰ ।
পতিয়ন যাব তাত ভোদা ৰাজকবি ।
অনায়াসে সিদ্ধ হব কাম ।

ৰজা। তথাপিতো জানিশুনি কেনেকই বাৰু
মিছা কথা এটা মই কৰিম প্ৰচাৰ ?
বুঃ গোঃ। অশ্বত্থামা হত কিন্তু ইতি গজ বুলি
পালিছিল ৰাজনীতি ধৰ্ম্ম যুধিষ্ঠিৰে।
সঁচাকৈয়ে ৰাজনীতি পালিবৰ হেতু
সময়ত সঁচা মিছা লাগে সকলোকে।
ভয় নাই স্বৰ্গদেউ ! থাকক নিশ্চিন্তে
ময়ে বাৰু কৰিম সকলো।
ৰজা। সোণকালে হব লাগে কাম।
বুঃ গো। সোণকালে, অতি সোণকালে স্বৰ্গদেউ !
পঠিয়াম ভুৱা দি কবিক।
এনেদৰে বৰ্ণাম ঘটনা
মিছা বুলি কদাপিতো নকৰে আশঙ্কা।
[ প্ৰস্থান। ]
ৰজা। কি কৰিলোঁ ?
হত্যাৰ কাৰণ মই হলোঁ এজনৰ।
তথাপিতো মোক হায়
নেপালে যে সাদৰীয়ে ভাল।
নিদিলে যে স্বেচ্ছাৰে হৃদয় দান।
বল কৰিবৰো সাধ্য নাই মোৰ।
স্বৰ্গগতা জননীয়ে মোৰ
দেখুৱালে সতীত্বৰ চূড়ান্ত চানেকি

তেওঁৰেই পুত্ৰ হই মই
আৰু ৰজা হই প্ৰজাৰ ৰক্ষক
কিবা দৰে বাৰু
সতীত্ব অমূল্য নিধি ৰমণীৰ ধন
কিবা দৰে বল কৰি কৰিম হৰণ ?
অসম্ভৱ তেনে কাম, অতি অসম্ভৱ
নৰকতো নলভিম ঠাই।
নিষ্ঠুৰা সাদৰী !
নেচালা যে তুমি মোক মৰম চকুৰে
নকৰিলা কৃপা।

[ প্ৰস্থান। বিপৰীত ফালৰ পৰা প্ৰেমানন্দ আহে। ]

প্ৰেম। শুনিলোহে সকলোকে তেও।
আছিলো যে এতেবেলি খুটাৰ আঁৰত
সেই কথা গমকে নেপালে।
গোট খাই ধূৰ্ত্ত মন্ত্ৰী স'তে
সাদৰীৰ সৰ্ব্বনাশ খুজিছে সাধিব।
দেখা যাব অচিৰতে বাৰু
কিদৰে ঘূৰিব লাগে ঘটনা চক্ৰত।
সাদৰীক সোণকালে জনাও সকলো
নতু হায় পলমত মিলিব অপায়। ( প্ৰস্থান। )

## পঞ্চম দৰ্শন

### লতাকুঞ্জ

[ এখন ফুলেৰে সজোৱা আসনত সাদৰী আৰু সেউতীয়ে
বহি কথা পাতি আছে। ]

সেউতী। ইজনমে বাইদেউ !
নেদেখিলো হাঁহি এটি মুখত তোমাৰ।
সাধনাৰ বলেৰেহে
হব পাৰি ৰাজপটেশ্বৰী।
তুমি কিন্তু
হাতৰ মুঠিতে পায়ো ৰজা এজনক
আদৰক দিছা জলাঞ্জলি।
ক'ব এটা বিদেশী বঙাল
সপি দিলা তাক আচম্বিতে
নাৰীৰ সৰ্ব্বস্ব ধন।
মোৰ মনে হলে
নকৰিলা ভাল কাম একো।

সাদৰী। বেছি কথা নকবা সেউতী !
তোমাৰো যে একেটি নৰিয়া।
প্ৰেমানন্দ সামান্য বাবাজী
এটী ভাৰ্য্যা আছে বৰ্ত্তমান

তথাপিতো কিয় তুমি
স্বামী বুলি কৰিলা বৰণ ?

সেউতী। মোৰ কথা এৰি দিয়া সখী !

সাদৰী। নেদেখোঁ কাৰণ একো এৰি দিবলই।
সকলো কথাকে মই
জনাইছো ভাঙিপাতি শেৱালী সখীক।
তেওঁ মোক অনুৰোধ কৰিছে দুনাই
সপি দিব স্বামীৰ হাতত
অনাঘ্ৰাত সেউতী পাহিক।
আহে যদি প্ৰেমানন্দ আজি
দেখুৱাম মজাৰ ধেমালি।

সেউতী। মনে মনে থাকা বাইদেউ !

সাদৰী। আহিছেই প্ৰেমানন্দ সউ
নোৱাৰা পলাব তুমি।

[ সেউতীক যাব নিদিয়ে। প্ৰেমানন্দ আহে। ]

আঁহা প্ৰেমানন্দ !
আপেক্ষিছো তোমাৰ কাৰণে।

প্ৰেম। কোৱা বাক।

সাদৰী। দিবা নেকি কৰি এটি কাম ?

প্ৰেম। কেনে ?
মোৰো এটা কাম আছে তেনে ধৰণৰ।

সাদৰী। কি কাম তোমাৰ আছে শুনিম পিছত
আগে যদি কাৰ্য্য মোৰ কৰা সমাধান।
প্ৰেম। কৰিম তোমাৰ কাৰ্য্য যিয়েই নহক
দিয়া অনুমতি।
সাদৰী। কিজানিবা হোৱা অসম্মত ?
প্ৰেম। নোহো কেতিয়াও।
সাদৰী। বাৰু, কি বাতৰি শেৱালী সখীৰ ?
প্ৰেম। বিশেষ নেজানো একো। উন্মাদিনী তেওঁ।
সাদৰী। ভাল কথা।
বহাচোঁ ক্ষন্তেক সউ আসনত গই।
প্ৰেম। অৰ্থ কিবা তাৰ ?
সাদৰী। অৰ্থ তাৰ অনৰ্থ কেৱল।
নজনাই মঙ্গল তোমাৰ।
প্ৰেম। ( আসনত বহি ) তাৰ পিছে ?
সাদৰী। চাই থাকা মাথোঁ।
আহাচোঁ সেউতী সখী !
তুমিও বহাহি বাৰু কাষত এবাৰ।
চাওঁ মই জুৱোটিবে যুগল মিলন।

( সেউতীক ধৰি নি )

নকৰিবা শঙ্কা প্ৰেমানন্দ !

( প্ৰেমানন্দৰ বাঁও কাষত বহুৱাই দিয়ে। )

বলিয়ালি বুলি মোৰ নেভাবিবা তুমি।
দিলোঁ আজি ভনী এটী শেৱালী সখীৰ।
এক প্ৰেমানন্দে এবে শেৱালী সেউতী
দুটী ফুল হৃদয়ত কৰিব ধাৰণ।

[ হাতত দুধাৰ মালা লৈ শেৱালী আহে। ]

শেৱালী। চমৎকাৰ! চমৎকাৰ!
হাবিলাস পূৰ্ণ আজি হল শেৱালীৰ।
উলাহত কৰে হিয়া থউকিবাথউ
দেখা পালোঁ নন্দনৰ শোভা।
সুখী হোৱা স্বোৱামী দেৱতা!
সুখী হোৱা সেউতী ভনীটী।
আনিছো দুধাৰ মালা গাঠি যতনেৰে
দিওঁ মই দুজনৰে ডিঙিত পিন্ধাই।

( মালা পিন্ধাই উকলি দিয়ে। )

বিদায় বিদায় এবে
এতিয়াও হৃদয়ৰ অপূৰ্ণ বাসনা।

[ যায়গৈ। নাচি নাচি হাতত ফুল পাত মালা লৈ লিগিৰীহঁতৰ আহে। ]

—ঃ গীত ঃ—

লিগিৰী। হিয়া মজোৱা হিয়া মজোৱা
মধুৰ গীতেৰে হিয়া মজোৱা,—

ফুলবাণীহঁতে চোৱা হাঁহে হৰষত
মধুমিলনত, প্ৰেমিকা কাষত
মধুৰ গীতেৰে হিয়া মজোৱা—
চোৱা সমীৰে আহি ধীৰে ধীৰে
দিছেহি বীণত সুৰ—
আমি সখীসবে নেথাকো নীৰবে
চাওঁ ছবি সুমধুৰ,
নাচি নাচি হাঁহি উলাহতে ভাহি
মধুৰ গীতেৰে হিয়া মজোৱা।

প্ৰেম। ইমানতে সামৰা সঙ্গীত
অপব্যয় হল বহুকাল।

[ লিগিৰীহঁতৰ প্ৰস্থান ]

সাদৰী! বৰ গুৰুতৰ কথা এটি
আছে মই জনাবলগীয়া।

সাদৰী। কিবা কথা?

প্ৰেম। এতেবেলি খনিকৰ
হব পায় মৰণৰ পথৰ পথিক।
ৰাজকবি গইছে ইয়াৰ পৰা
শুনাব তেওঁক তব মৰণ বতৰা।
শুনিলে বতৰা সেই বজ্ৰৰ নিচিনা
খনিকৰে নিশ্চয় এৰিব প্ৰাণ।

সাদৰী। সঁচা, সঁচা প্ৰেমানন্দ?

প্ৰেম। কোৱা নাই—মিছা কথা মই।
কবিয়ে এতিয়ামানে
পাবগই পায় ভালেখিনি।
সাদৰী। কি হব উপায় তেনে ?
প্ৰেম। পোৱা নাই একোকে উপায়।
সাদৰী। পাৰানে তিনটা ঘোৰা
সংগ্ৰহ কৰিব তুমি ?
যাম এতিয়াই
তুমি, মই আৰু এই সেউতী তোমাৰ।
প্ৰেম। চাব পাৰোঁ চেষ্টা কৰি।
সাদৰী। যোৱা ! যোৱা ভাই নকৰা পলম।
হওঁগই প্ৰস্তুত আমিও।
প্ৰেম। যোৱা বাৰু।

[ সাদৰী আৰু সেউতীৰ প্ৰস্থান ]

আচৰিত ক্ষমতা প্ৰেমৰ !
চকুৰে নেপায় দেখা
কিন্তু, এনে টান আকৰ্ষণ তাৰ
পৃথিবীৰ একোৱেই নোৱাৰে চিঙিব।
নেমানে বিজাতি জাতি
বিঘিনিব পৰ্ব্বত-কন্দৰ
ধন্য প্ৰেমৰ প্ৰভাৱ ! [ প্ৰস্থান ]

—ঃ ঐক্যতান ঃ—

# পঞ্চম অঙ্ক

## প্ৰথম দৰ্শন

ৰজাৰ শোৱা কোঠা

[ ৰুদ্ৰসিংহৰ প্ৰৱেশ ]

ৰুদ্ৰ । কাৰেঙত সাদৰীৰ নেপালোঁ সন্ধান ।
বোধকৰোঁ সকলো সংবাদ পাই
বেগ দিছে পৰ্ব্বতৰ ফালে ।
লিগিৰী !

( ৰংদৈৰ প্ৰৱেশ । )

ৰংদৈ । স্বৰ্গদেউ ঈশ্বৰ !

ৰুদ্ৰ । যা খিতৰামক কগৈ—মোৰ সাজপাৰ ৰাজমুকুট সকলো লৈ আহক ।

ৰংদৈ । যি আদেশ স্বৰ্গদেউ ঈশ্বৰ ! [ প্ৰস্থান । ]

ৰুদ্ৰ । এতিয়াই ঘোৰাত উঠি ময়ো সেই বাট লম । দেখা যাব কেনেকুৱা সিহঁতৰ প্ৰণয় ।

[ সাজপাৰ আদি লৈ খিতৰামৰ প্ৰৱেশ । ]

খিত । স্বৰ্গদেউ ঈশ্বৰ ! এয়া সাজপাৰ ৰাজমুকুট । এই নিশা কলৈ যায় স্বৰ্গদেউ ঈশ্বৰ ?

ৰুদ্ৰ। মই বহুদূৰলৈ যাম। তই মনে মনে থাক।

ধিত। ভাল স্বৰ্গদেউ ঈশ্বৰ!

ৰুদ্ৰ। ( সাজপাৰ কৰি উঠি ) মই কাকো কোৱা নাই। তই মাটিতে শুই থাক। মই ৰাতিপুৱাহে উলটিম। বিশেষ কাম আছে।

[ প্ৰস্থান। ]

ধিত। নকৈছিলো নে মই এদিন ৰজা হম। আজি মোক কোনে পায়? আজি নিশাৰ কাৰণে ময়েই ৰজা। হেঃ এৰা ৰংদৈ! কলৈ গলি? চাহিচোন—আজি তই ধিতৰামলৈ মন মেল নে নেমেল? ৰজাৰ এৰা কাঁহীৰ ভজা মাছ, দৈ গাখীৰ, চেনিচম্পা কল কিমান খাইছোঁ তাৰ লেখজোখ আছেনে? আজি বাপেকে ৰজাৰ শেতেলিত শুইহে এৰিম। তেন্তে মই জানো ৰজা হোৱা নাই? নিশ্চয় হৈছোঁ। এতিয়া শোৱাই যাওক। হায় হায় তুৰ্কপালী ৰংদৈ জনী এই সময়ত নাই! এতিয়া কোন ফালৰ পৰা উঠোঁ? মূৰ শিতানেৰে নে ভৰি পঠানেৰে? চাৰিওফালে দেখোন গাৰুময়। কোন ফালে আগ, কোন ফালে পাছ? কোন ফালে মূৰ দিয়ে, কোন ফালে ভৰি দিয়ে? একোকে উৱাদিহ নেপাওঁ। গাটো ৰাইজাই লাগিছে আৰু ভাবি থাকিব নোৱাৰি। জাপ মাৰি মাজতে পৰা যাওক। ( জাপ মাৰি উঠি ) আহা-আ কি সুন্দৰ! কি কোমল!

এয়েইতো ৰাজসুখ! তদুপৰি ছুই কাষে ছুগৰাকী মাদৈ। মোৰ ৰংদৈজনী এই সময়ত থকা হলেও কাম চলিল-হেতেন। অকলই মূৰে-গাই কাপোৰ লৈ এঘুমটি শোঁ। চকু মুদ খাই আহিলেই। আহা-আ ৰাজসুখ!

( মূৰে-গাই কাপোৰ লৈ নাক বজাই শোৱে। হাতত তীক্ষ্ণ অসি লৈ চুচুকচামাক কৈ শেৱালী সোমাই আহে। )

শেৱালী। হল এবে বহু নিশা।
উত্তম সুযোগ।
টোপনিত লালকাল হইছে পাতকী।
দিম আজি পাতকৰ উপযুক্ত শাস্তি
এই মোৰ ধাৰাল অসিৰে।
কোনে কয় অবলা ছুৰ্ব্বল?
নৰ হত্যা কৰি আজি
অবলা প্ৰবল হব—জগৎ স্তম্ভিত।
শুইছে নাৰকী।
নাই জনা এতিয়াও
চমু চাপি আহিছে মৰণ।
নাই, নকৰোঁ পলম আৰু।
এয়েই সুযোগ, কৰোঁ কাৰ্য্য সমাপন।

( খিতবামক হত্যা কৰে। )

কেনে পালি অধৰমী ৰজা ?
ব্ৰহ্মহত্যা কৰিলি যে তাহানি এদিন
কৰিলি যে হাবিয়াস ব্ৰাহ্মণ-কন্যাক
অঙ্কলক্ষ্মী কৰি—কৰিব পাতক মহা
তাৰে এই প্ৰতিফল।
প্ৰতিশোধ—ললোঁ তাৰ ভীষণ প্ৰতিশোধ।
দুৰ্ব্বল স্বামীয়ে মোৰ হল অপাৰগ
ময়ে তেখেতৰ কাম কৰিলো সমাধা।
হাঃ হাঃ হাঃ।

[ বেগেৰে ওলাই যায়। ৰংদৈৰ প্ৰৱেশ। ]

ৰং দৈ। কলৈ গল হতচিৰি হোৱাটো ? গোটেইখন বিচাৰি চলোপাত কৰিলোঁ—কতো নেপালোঁ। কত মৰিবলৈ যায় একো গমেই নেপাওঁ। সোৱা ৰজাৰ শয্যাখন দেখোন তেজময়। কিহৰ তেজ সেইবোৰ ? চাওঁ ৰজাৰ কি হল ? ( ওচৰলৈ টৈগ কাপোৰ দাঙি ধিতৰামক দেখি ) ৰজা নহয় দেখোন ? ঔ আই ! মোৰ হতচিৰি হোৱা ধিতৰাম হে—কোনোবাই মাৰিলে। কিহেনো পাইছিল তাক ৰজাৰ শেতেলিত শুবলৈ ? দেহি ঐ ! মোৰ কপাল পুৰিল ! মোৰ এই ফুটা কপালত জুই লাগিল ! এই কথাই কথা নহয়। সকলোকে এই গুপ্তহত্যাৰ খবৰ দিব লাগিল। নহলে ময়েই দোষৰ ভাগী হম। হতচিৰি হোৱা ধিতৰাম ঐ ! উ উ উ ( কান্দোন ) ( প্ৰস্থান। )

---

# দ্বিতীয় দর্শন

## অসমৰ সীমান্তৰ পাৰ্ব্বত্য প্ৰদেশ

[ ঘনশ্যাম। ]

ঘন। কেৱল এদিন।
এদিন হলেই আৰু
হব মোৰ কাৰ্য্য শেষ।
খোজ লম ৰঙপুৰ বুলি।
চাম হেপাহেৰে মোৰ মানস প্ৰতিমা।
এদিন হলেই পাব
হব মোৰ জীৱনৰ শাৰদী পূৰ্ণিমা।

[ ৰাজকবিৰ প্ৰৱেশ। ]

ৰাজকবি। খনিকৰ !

ঘন। ৰাজকবি !
কি বাতৰি আনিছা লগত ?

কবি। খনিকৰ ! ভীষণ বাতৰি অতি
অতি ভীষণ বাতৰি ভাই !
বুকু মোৰ ফাটি যাব খোজে
কিবা দৰে শুনাও তোমাক ?
যি ভীষণ বজ্ৰসম কঠোৰ বাতৰি
শুনিলেই মূৰ্চ্ছা যাবা তুমি।
প্ৰিয়তমা সাধ্বী তোমাৰ

নাই আৰু ইহ জগতত !

ঘন। কি? নাই সাদৰী মোৰ ইহ জগতত ?
মিছা কথা কইছা কেলেই ?

বাঃ কঃ। নাই কোৱা অলপোকে মিছা।
উঠিছে অশান্তি ঢউ গোটেই ৰাজ্যতে।

ঘন। সাদৰী! সাদৰী !! সাদৰী !!
সঁচাই পৰিলা তুমি মৃত্যু গৰাহত ?
অহহ! অহহ !!
নেদেখিলো মই
শেষবাৰ মৰণ কালত।
নেদেখিলোঁ সাদৰীৰ মৃত্যুশয্যা মোৰ।
প্ৰিয়তমা !
মানস প্ৰতিমা মোৰ সাদৰী প্ৰাণৰ !
আচম্বিতে আজি তুমি এৰিলা সংসাৰ।
অহ-হ! অহ-হ !! (বেগেৰে প্ৰস্থান।)

কবি। পালন কৰিছোঁ মই
কি নিঠুৰ ৰজাৰ আদেশ !
এজনৰ শৰীৰত
কৰিলোঁহি অনৰ্থক বজ্ৰাঘাত মই।

[ প্ৰেমানন্দ, সাদৰী, আৰু সেউতীৰ প্ৰবেশ। ]

প্ৰেম। এয়ে সেই ঘটনাৰ স্থলী !

আছিল ইয়াতে এটা
ভীমকায় দুৰ্জ্জয় পৰ্ব্বত।
সেই পৰ্ব্বতকে
কাটিবৰ ভাৰ দিছিল ৰজাই।
সমভূমি দেখিছোঁ এতিয়া
পৰ্ব্বতৰ সলনি ইয়াত।

সাদৰী। কি হেতু নেদেখোঁ মই কত প্ৰাণধন ?

প্ৰেম। ৰাজকবি !
খনিকৰ কত ?

কবি। নোৱাৰোঁ একোকে কব মুসুধিবা মোক।
হৃদয় গইছে ভাঁগি
পুনুবাৰ ভঁগা বুকু নেভাগিবা ভাই। ( প্ৰস্থান। )

প্ৰেম। নিৰুপায় ! কোনে দিব পথৰ সন্ধান ?

সাদৰী। প্ৰিয়তম ! প্ৰিয়তম !
কত তুমি ?
আহিছোঁ যে অভাগিনী সাদৰী তোমাৰ।
আঁহা, আঁহা প্ৰিয়তম !
যতে আছা আঁহা তাৰে পৰা।
কি ! নিমাত চাৰিও ফালে !
শুইনত উঠে প্ৰতিধ্বনি—
নাই মোৰ প্ৰিয়তম জীৱন বল্লভ।
কোৱা কোনে জানা—কৰিছোঁ কাকুতি

কত আছে প্ৰিয়তম মোৰ ?
আকাশে-পাতালে কিম্বা পৰ্ব্বতে-কন্দৰে
কত আছে প্ৰিয়তম মোৰ
যতে আছে যাম মই তাৰকেই আজি।

—গীত—

তুমি প্ৰিয়তম তুমি প্ৰিয়তম
গলানো কলই মোকে পাহৰি।
মাতিছোঁ কাতৰি আহাঁ দয়া কৰি
নতু অভাগিনী ৰব কি সুঁৱৰি॥
আঁতৰে আঁতৰে দিলোঁ হিয়া বিলাই
তব পদ-তৰী আছোঁ যে ধিয়াই।
কৰা পবিত্ৰাণ ৰাখা, ৰাখা প্ৰাণ—
মাতিছোঁ বিনয়ে তুই কৰ যুৰি
সংসাৰ আঘাত সহিব নোৱাৰি
তুমি ব্যথাহাৰী মই ক্ষুদ্ৰ নাৰী
দিয়া প্ৰেম-বাৰি জীৱন কাণ্ডাৰী
কৰোঁ প্ৰাৰ্থনা দন্তে তৃণ ধৰি।

ঘনশ্যাম ( পৰ্ব্বতৰ কুকওৰ পৰা গায়। )

—গীত—

কোৱা প্ৰিয়তমা ! মানস প্ৰতিমা !
আহিছা বাৰু কি চাবলৈ

দুৰ্ভাগা প্ৰেমিক নকৰানে ঘৃণা
আছে মৃত্যু দুৱাৰত বৈ।
যদি ভালপোৱা কিয় দুখ খোৱা
ধৰা মৰুভূমি নেথাকিবা তুমি
আঁহা কাষে চাপি অ' মোৰ লাহৰী
নেথাকো আৰু ইয়াত ঐ।
হব ফুলশয্যা নাই একো লজ্জা
মৰণ-শয্যাতে অতি হেপাহৰ
আঁহা প্ৰিয়তমা মানস-প্ৰতিমা
আঁহা হে, আঁহা হে কাষলৈ।

[ গীতৰ লগে লগে মন্ত্ৰমুগ্ধা হৈ সাদৰীয়েও কুকুণ্ডৰ তললৈ নামি যায়। ]

প্ৰেম। চোৱাহি সেউতী।
মৃত্যুৰ শয্যাত কেনে প্ৰেম আলিঙ্গন।
হাত ধৰাধৰি কৰি চোৱা দুয়ো জনে
আদৰিলে মঙ্গল মিলন।

সেউতী। কি বাইদেউ মৰিল মোৰ? ( চকুলো মচে )

প্ৰেম। নেকান্দা সেউতী। নকৰিবা অমঙ্গল
সুমঙ্গল মৰণৰ মাহেন্দ্ৰী ক্ষণত।

[ ধীৰে ধীৰে ৰজা আৰু বুঢ়াগোঁহাই সোমাই আহে। ]

ৰজা। প্ৰেমানন্দ!

প্ৰেম। স্বৰ্গদেউ!

ৰজা। খনিকৰ কত?
আৰু
কত সেই কলঙ্কিনী সাদৰী তোমাৰ?

প্ৰেম। নাই আৰু পৃথিৱীত
বিচাৰিলে পাব স্বৰগত।

ৰজা। কয় কিনো কথা ডাঙৰীয়া?

বুঃ গোঃ। একো বুজা নাই স্বৰ্গদেউ।

( তীক্ষ্ণ ৰঙা অসি নচুৱাই শেৱালীৰ প্ৰৱেশ। )

শেৱালী। স্বৰ্গদেৱ! সুপূৰিল আশা মোৰ।
নোৱাৰিলো ব্ৰহ্মঘাতী পাষণ্ডক মই
হত্যা কৰি গুচাব পিয়াহ।
সাদৰীৰ পিতৃ-দেৱতাৰ
অকাল মৃত্যুৰ হায়
নোৱাৰিলো লব প্ৰতিশোধ।
এজনৰ ভ্ৰমত মিছাতে
বধ কৰি আন এজনক
বঢ়ালোঁ পাপৰ জোখ।
নিজ হাতে আজি মই
কৰিম প্ৰায়শ্চিত্ত তাৰ।
প্ৰেমানন্দ স্বামীগুৰু মোৰ!
মাগিছোঁ বিদায়

সুখী হোৱা নতুন ভাৰ্য্যাৰে।
তীক্ষ্ণ অসি! আঁহা কাষলই
বহাঁহি বুকুত মোৰ
দিয়াহি প্ৰাণত শান্তি।

( আত্মহত্যা )

প্ৰেম। ইকি! আত্মহত্যা কৰি
মৰিল শেৱালী মোৰ!
কি নিষ্ঠুৰ! কি নিষ্ঠুৰ!!
ডুটুপি নিয়ৰ পাই আগ নিশাতেই
সৰিল শেৱালী পাহি গছ শুদা কৰি
কোমলৰো আতিকে কোমল
লৱনুৰ শৰীৰ তোমাৰ।
সেইদৰে ধূলিত বাগৰি
থাকিব কিমান পৰ?
আঁহা প্ৰিয়তমে!
উঠাহি কোলাত মোৰ।

( শটো কান্ধত তুলি লই )

শ্মশানত শঙ্কৰৰ দৰে
তোমাক কান্ধত লই বম্ বম্ কৰি

কৰোঁ মই বিশ্ব পৰ্য্যটন।

আঁহা সেউতী!

( এহাতে সেউতীক ধৰি শেৱালীক কান্ধত লৈ
প্ৰেমানন্দৰ প্ৰস্থান। )

বুঃ গোঃ। স্বৰ্গদেৱ, সমাজিক!

ৰজা। সমাজিক!

নিশ্চয়, নিশ্চয় সম

কোৱা ডাঙৰীয়া!

হওঁনে নহও মই

ৰুদ্ৰসিংহ ৰজা অসমৰ?

বুঃ গোঃ। স্বৰ্গদেৱ!

আঁৰ-কাপোৰ

